

## উছৰ্গা

পৰম পূজনীয় একমাত্ৰ অগ্ৰজ
সহোদৰ ৺নিধিৰাম কাকতীৰ
স্বৰ্গীয় নামত এই তলসৰা
সামান্য ফুলপাহি অতি
হেপাহেৰে উছৰ্গা
কৰিলোঁ।

= শান্তি =

# বৈৰাগী



## প্ৰথম আধ্যা

### মাজ নিশা

নীৰল, নীৰৱ, নিস্তব্ধ ৰজনী
সুপ্ত জগৎ প্ৰায় ;
কিন্তু এটী আজি সুন্দৰী ৰমণী
নিদ্ৰা-বিহীনা হায় !

ৰাতি দুপৰ। প্ৰকৃতি দেৱী নিমাত, অচল অটল ভাৱ। পথাৰৰ পথৰুৱা, বাটৰ বাটৰুৱা, সকলোৱে দিনৰ সকলো দুখ ভাগৰ পাহৰি নিদ্ৰা-দেৱীৰ চেনেহৰ কোলাত আশ্ৰয় লৈছেহি। পশু-পক্ষী সকলো জীৱ-জন্তু টোপনিত তত নাপাই নিতং দিছে। ইপিনে কৃষ্ণ-পক্ষৰ আন্ধাৰ ৰাতিয়ে সেই গভীৰ নিস্তব্ধতাক আৰু দুগুণে নিস্তব্ধ কৰি তুলিছে। যিপিনেই চকু

ঘূৰোৱা হয় সেই পিনেই ঘোৰ অন্ধকাৰ। যিপিনেই কাণ পতা যায় সেই পিনেই নিমাত। কেৱল মাজে সময়ে নিয়তি চৰায়ে থাকি থাকি একো বাৰ "বউ উঠ, বউ উঠ" আৰু একোবাৰ "নিউ, নিউ" কৰি সেই গভীৰ নিস্তব্ধতা ভেদ কৰিছে। লাহে লাহে কৃষ্ণ পক্ষৰ জোনে পূব আকশত ভূমুকি মাৰিলেহি। আজি যেন জোনেও আগৰ সাজ-পাৰ এৰি থৈ মলিন সাজ-পাৰ পিন্ধি অতি কষ্ট মনে তেওঁৰ দীঘলীয়া বাটত আগবাঢ়িম বুলি ওলাইছেহি। যদি কোনোৱা ভাবুকে টোপনিৰ পৰা উঠি বাহিৰলৈ আহে আৰু জোনৰ ফালে চায়হি, তেন্তে তেৱোঁ কিবাকিবি ভাবি দুখ মনে ঘৰ সোমাবগৈ আৰু নিদ্ৰা-দেৱীৰ আশ্ৰয় পাম বুলি নিজৰ ঢাৰি-পাটীত শুই পৰিবগৈ।

ঠিক এনে সময়তে দুটা চোৰ গাঁৱত কিবা ফটা-কানি, নাঙলৰ ফাল, ভগা জাপি আদি পাম বুলি মহা-মূৰ্ত্তি ধৰি বাহিৰ হ'ল। দুয়ো অলপ দূৰ গৈয়ে এঘৰ গৃহস্থৰ চোতালত উপস্থিত হলগৈ। শুনিব পালে যেন ঘৰৰ ভিতৰত কোনোৱাই কান্দিছে আৰু মাজে মাজে দুই চাৰিষাৰ কথা কৈছে। ঘৰৰ বেৰাৰ কাষলৈ গৈ দেখে যে মজিয়াখনত এটি খোৱাতেলৰ চাকি ঢিমিক্ ঢামাকৈ জ্বলিছে। তাৰে ওচৰত ঢাৰি-পা এখনত মানুহ এজন দীঘল হৈ পৰি আছে আৰু মানুহ জনৰ



শিতানত বহি এজনী প্ৰায় পঁচিছ বছৰীয়া তিৰোতাই কান্দিবলৈ ধৰিছে। তাকে দেখি তিনিটামান লৰা-ছোৱালীয়েও উচুপি উচুপি কান্দি সেই তিৰোতাজনীৰ কোলাত লুটি খাই পৰিছে।

এই পৰি থকা মানুহজন কামৰূপ জিলাৰ প্যাৰি নামে গাঁৱৰ এখনৰ এগৰাকী ধনী মানুহ। তেওঁৰ আৰ্থিক অৱস্থা বৰ বেয়া নহয়। ধান-ধন, মাটিবাৰী বৰ বেছি নাথাকিলেও নিচেই কমো নহয়। তেওঁৰ নাম ওচৰ চুবুৰীয়া গাঁও-ভূঁই বিলাকত জনাজাত। আজি এমাহ মানৰপৰা তেওঁৰ টান নৰিয়া। দিনে দিনে তেওঁৰ নৰিয়া বেছি হৈ আহিবলৈ ধৰিছে।

ডাক্তৰ কবিৰাজ আদি লগাই পাৰ্যামানে চিকিৎসা কৰা হৈছে, তথাপি বেমাৰৰ অলপো উপশম হোৱা নাই। লাহে লাহে অন্তিম কাল ওচৰ চাপিলহি। ডাক্তৰ কবিৰাজেও গতি বিষম দেখি তেওঁৰ ঘৰলৈ নহা হ'ল। আজিয়েই তেওঁৰ শেষ দিন। দুখুৱে গিৰিয়েকৰ আজি শেষ দিন ভাবি শিতানত বহি হিয়া মূৰ ভুকুৱাই কান্দিবলৈ ধৰিছে। গিৰিয়েকেও তেওঁৰ জীৱনৰ শেষ মুহূৰ্ত্ত পালেহি ভাবি দুখুক আধাফুটা মাতেৰে মাজে মাজে দুই এটা কথা কৈছে—"দুখু! মোৰ এয়ে শেষ দিন। মোৰ কথা কবৰ শক্তিও লাহে লাহে লোপ পাই আহিছে—চকুৰ দৃষ্টি কমি আহিছে—তুমি মোৰ

ঘূৰোৱা হয় সেই পিনেই ঘোৰ অন্ধকাৰ। যিপিনেই কাণ পতা যায় সেই পিনেই নিমাত। কেৱল মাজে সময়ে নিয়তি চৰায়ে থাকি থাকি একো বাৰ "বউ উঠ, বউ উঠ" আৰু একোবাৰ "নিউ, নিউ" কৰি সেই গভীৰ নিস্তব্ধতা ভেদ কৰিছে। লাহে লাহে কৃষ্ণ পক্ষৰ জোনে পুব আকশত ভূমুকি মাৰিলেহি। আজি যেন জোনেও আগৰ সাজ-পাৰ এৰি থৈ মলিন সাজ-পাৰ পিন্ধি অতি কষ্ট মনে তেওঁৰ দীঘলীয়া বাটত আগবাঢ়িম বুলি ওলাইছেহি। যদি কোনোৱা ভাবুকে টোপনিৰ পৰা উঠি বাহিৰলৈ আহে আৰু জোনৰ ফালে চায়হি, তেন্তে তেওঁ কিবাকিবি ভাবি দুখ মনে ঘৰ সোমাবগৈ আৰু নিদ্ৰা-দেৱীৰ আশ্ৰয় পাম বুলি নিজৰ ঢাৰি-পাটীত শুই পৰিবগৈ।

ঠিক এনে সময়তে দুটা চোৰ গাঁৱত কিবা ফটা-কানি, নাঙলৰ ফাল, ভগা জাপি আদি পাম বুলি মহা-মূৰ্ত্তি ধৰি বাহিৰ হ'ল। দুয়ো অলপ দূৰ গৈয়ে এঘৰ গৃহস্থৰ চোতালত উপস্থিত হলগৈ। শুনিব পালে যেন ঘৰৰ ভিতৰত কোনোৱাই কান্দিছে আৰু মাজে মাজে দুই চাৰিষাৰ কথা কৈছে। ঘৰৰ বেৰাৰ কাষলে গৈ দেখে যে মজিয়াখনত এটি খোৱাতেলৰ চাকি টিমিক্ টামাক্‌কৈ জ্বলিছে। তাৰে ওচৰত ঢাৰি-পা এখনত মানুহ এজন দীঘল হৈ পৰি আছে আৰু মানুহ জনৰ



শিতানত বহি এজনী প্ৰায় পঁচিছ বছৰীয়া তিৰোতাই কান্দিবলৈ ধৰিছে। তাকে দেখি তিনিটামান লৰা-ছোৱালীয়েও উচুপি উচুপি কান্দি সেই তিৰোতাজনীৰ কোলাত লুটি খাই পৰিছে।

এই পৰি থকা মানুহজন কামৰূপ জিলাৰ প্যাৰি নামে গাঁও এখনৰ এগৰাকী ধনী মানুহ। তেওঁৰ আৰ্থিক অৱস্থা বৰ বেয়া নহয়। ধান-ধন, মাটিবাৰী বৰ বেছি নাথাকিলেও নিচেই কমো নহয়। তেওঁৰ নাম ওচৰ চুবুৰীয়া গাঁও-ভূঁই বিলাকত জনাজাত। আজি এমাহ মানৰপৰা তেওঁৰ টান নৰিয়া। দিনে দিনে তেওঁৰ নৰিয়া বেছি হৈ আহিবলৈ ধৰিছে।

ডাক্তৰ কবিৰাজ আদি লগাই পাৰ্য্যমানে চিকিৎসা কৰা হৈছে, তথাপি বেমাৰৰ অলপো উপশম হোৱা নাই। লাহে লাহে অন্তিম কাল ওচৰ চাপিলহি। ডাক্তৰ কবিৰাজেও গতি বিষম দেখি তেওঁৰ ঘৰলৈ নহা হ'ল। আজিয়েই তেওঁৰ শেষ দিন। দুখুৱে গিৰিয়েকৰ আজি শেষ দিন ভাবি শিতানত বহি হিয়া মূৰ ভুকুৱাই কান্দিবলৈ ধৰিছে। গিৰিয়েকেও তেওঁৰ জীৱনৰ শেষ মুহূৰ্ত্ত পালেহি ভাবি দুখুক আধাফুটা মাতেৰে মাজে মাজে দুই এটা কথা কৈছে—"দুখু! মোৰ এয়ে শেষ দিন। মোৰ কথা কবৰ শক্তিও লাহে লাহে লোপ পাই আহিছে—চকুৰ দৃষ্টি কমি আহিছে—তুমি মোৰ

ওচৰলৈ আহাঁ ।" দুখু ওচৰলৈ আহিল, দুখুৰ হাত দুখন তেওঁ কোনোমতে ধৰি পুনৰাই কলে—'দুখু! তোমাক মই বৰ কষ্ট দিলোঁ। পোনাটিহঁতক এবাৰ মোৰ মুখৰ ওচৰলৈ আনা।" লৰা দুটিক আৰু ছোৱালী-টীক ওচৰলৈ আনি সিহঁতৰ গালকেখন বাপেকৰ মুখত লগাই দিবলৈ কলে। বাপেকে সিহঁতৰ গাল-কেখনত হেপাহ পলুৱাই চুমা খাই কবলৈ ধৰিলে—"বাছাহঁত! তহঁতক মই এই কোমল বয়সতে অনাথ কৰিলোঁ।" তেওঁ আৰু দুনাই কথা কব নোৱাৰিলে ; চকু যুৰিয়ে এধাৰি চকু-লো টুকিলে। দুখুৱে চকু-লো ধাৰ মচি দিলে। অলপ বেলি বৈ আকৌ কবলৈ ধৰিলে—"দুখু! তুমি এই পোনাটিহঁতক নেৰিবা ; মই যোৱাৰ পাছত তুমি নানাৰকম বিপদত পৰিবা। তুমি অধীৰ নহবা। তুমি কাৰো ওচৰলৈ খুজিবলৈ যাব নালাগে—বিস্তৰ ধন-সম্পত্তি আছে। তুমি বাছাহঁতে সৈতে সুখেৰে দিন কটাব পাৰিবা। আৰু দুখু! এই সংসাৰত নানা ৰকম মানুহ আছে ; সিহঁতে পাপ পুণ্য একো বিচাৰ নকৰে, এনেকি ভাবিও নাচায়। সিহঁতে তোমাক নানা ৰকম লোভ—" তেওঁৰ মাত বন্ধ হ'ল। দুখুৱে সৰু বাটি এটিৰে অলপ অলপকৈ গাখীৰ মুখত দিলে। তাৰে কিছু মুখৰ ভিতৰলৈ গ'ল, কিছুমান মুখৰপৰা বাগৰি পৰিল। দুটোকমান গাখীৰ খাই তেওঁ লাহে লাহে কেকাই কেকাই



আকৌ কলে—"সিহঁতে তোমাক নানাৰকম লোভ দেখুৱাব ; কিন্তু তুমি এই পোনা কেইটাক এৰি থৈ কলৈকো নাযাবা। মোৰ শপত লাগিব—মহাপাপত তল যাবা।"

দুখু নিমাত। তেওঁৰ মুখৰ কথা বাহিৰ নহ'ল। কেৱল চকুযোৰৰ পৰা সৰ্ সৰ্ কৈ চকুলো ববলৈ ধৰিলে আৰু মূৰ-কপালত হাত থৈ তেওঁ কান্দিবলৈ ধৰিলে। জ্বলি থকা চাকিটিয়েও যেন দুখুৰ দুখতে দুখী হৈ দুখুক সহানুভূতি দেখুৱালে। অলপ পিছতে দুখুৰ গিৰিয়েকে কিবা-কিবি দুষাৰমান নুবুজা ভাষাৰে কথা কৈ "মই আহিলোঁ" বুলি সিপুৰলৈ যাত্ৰা কৰিলে। দুখুৰ হিয়া দুফাল হ'ল। চাকিটোও নুমাল। দুখুৱে হিয়া-মূৰ ভুকুৱাই কান্দিবলৈ ধৰিলে। তাকে দেখি সৰু সৰু লৰা-ছোৱালী কেইটিয়েও কান্দিবলৈ ধৰিলে। ঘৰখন কান্দোনেৰে পূৰ হ'ল। দুখুৰ সোণাময় ঘৰ মুহূৰ্ত্তকতে শ্মশানত পৰিণত হ'ল। এই গভীৰ ৰাতি ঘোৰ শোক-সমুদ্ৰত পৰি থকা দুখুক কোনোৱে এষাৰ মাত নলগালে! এয়ে সংসাৰ !!

নিজ চকুৰে এই দৃশ্য দেখি চোৰ দুটাও কোনোৱা ফালে গুচি গললৈ।

---

# দ্বিতীয় আধ্যা

## শ্মশান

ৰাতি পুৱাইছে। সূৰ্য্যদেৱে ৰঙাবৰণৰ জক্‌মকীয়া সাজ-পাৰ পিন্ধি পূব আকাশত থিয় দিছেহি। পুখুৰীৰ মাজত ফুলি থকা পদুমপাহিয়ে সূৰ্য্যদেৱক দেখি লাজতে তলমূৰ হবলৈ চেষ্টা কৰিছে। ধীৰে ধীৰে প্ৰভাতৰ সমীৰণে বন-ফুলৰ সৌৰভ গোটেই হাবিত বিলাই দিছে। চৰাইবোৰে খেলি-মেলি গীত গাইছে আৰু নিজ নিজ কামলৈ যাত্ৰা কৰিছে। হিংস্ৰুক বনৰীয়া জন্তুবোৰ গাঁও ভূঁইৰ পৰা ওলাই কাঠনি হাবিত প্ৰবেশ কৰিলেগৈ। পৃথিৱী সম্পূৰ্ণ সজাগ হৈছে। ওচৰ-চুবুৰীয়াবোৰে ৰাতি পুৱাই উঠি নিজ নিজ কামত মন দিছে। হালোৱাই পথাৰলৈ হাল নিছে, তিৰোতাবোৰে ঘৰৰ কাম কৰিছে। গাভৰুসকলে কাষত কলহ লৈ ওচৰৰ পুখুৰীলৈ পানী আনিবলৈ গৈছে। কিন্তু হায়! দুখুৰ ঘৰ এতিয়াও আন্ধাৰ, ঘৰৰ দুৱাৰ এতিয়াও খোলা নাই। দুখু হিয়া-মূৰ ভুকুৱাই কান্দি কান্দি অস্থিৰ হৈছে। বাহ্য-জ্ঞান শূন্য হৈ অচেতন হৈ পৰি আছে। লৰা-ছোৱালী কেই-



টিয়ে কান্দি কান্দি লুটিখাই পৰিছে; তথাপি দুখুক মাত দিওঁতা কোনো নাই! একে চোতালতে দুখুৰ জ্ঞাতি শ্ৰীযুত বৰবৰুৱা থাকে। তেওঁৰ কিবা আচল নাম থাকিব পাৰে, কিন্তু গাঁৱত তেওঁক এই নামেৰেই জনা যায়। শেষ নিশাৰে পৰা দুখুৱে হিয়া-মূৰ ভুকুৱাই কান্দি থকা শুনি তেওঁ নিজে নিজে ভাবিছে—"বোধকৰোঁ আজি তাইৰ গিৰিয়েক ঢুকাল। ভালেই হ'ল, এতিয়া নো তাই মোক খাতিৰ কৰে নে নকৰে চাওঁচোন।" বৰুৱাৰ পিশাচ মন নাচি উঠিল। লৰা-ছোৱালীহঁতৰ আৰু দুখুৰ গগন ভেদী কান্দোন শুনিও তেওঁ এষাৰ মাত নিদিলে। এনেকি ৰাতি পোহৰ হওঁনো-হওঁতেই কান্ধত হালখনি লৈ পথাৰত হাল বাবলৈ গ'ল। আন দিনাখন বৰুৱাৰ শুই উঠোতে বেলি দুপৰ হয়, কিন্তু আজি হলে বৰুৱা পথাৰলৈ যোৱাত সকলোৰে আগৰণুৱা।

পুৱা আঠমান বাজিল। গোটেই চোতালত হ'দ উঠিল। এনেতে দুখুৰ ডাঙৰ লৰা ধনীৰামে কোনোমতে দুৱাৰখন মেলি বাহিৰলৈ আহি কান্দি বৰুৱাক মাত লগালে—"আতা, আজি আয়ে বৰকৈ কান্দিছে অ'। পিতা দেখোঁ এতিয়াও শুই উঠাই নাই, চাহিচোন।" দুখুও ওলাই আহি কপাল-মূৰ ভুকুৱাই কান্দিবলৈ ধৰিলে। গোটেইখন ঘৰতে কান্দোনৰ ৰোল উঠিল। ওচৰ-চুবুৰীয়াবোৰ—"কি হৈছে, কি হৈছে" বুলি লৰি

আহিল। দেখিলে— দুখুৰ গাত কোনো অলঙ্কাৰ পাতি নাই—কপাল-মূৰ ভুকুৱাই কেৱল কান্দিছে। দুখুক এই অৱস্থাত দেখি সিহঁতৰ আৰু বুজিবলৈ একো বাকী নাথাকিল। দুখুৰ গিৰিয়েক ইহ-সংসাৰত আৰু নাই। সকলো অবাক। সিহঁতৰ দুইচাৰিজন গাঁৱত গৈ জ্ঞাতি-ইঁতক খবৰ দিলে। এনেতে দুখুৰ ভায়েক মুকুন্দৰাম ঘটনাস্থলত উপস্থিত হ'লহি আৰু সকলো দেখি শুনি মৰা-মূৰ্চ্ছা গ'ল। লাহে লাহে চেতনা পাই বাইদেৱেকক দুই চাৰিষাৰ প্ৰবোধ দি ভিনিহিয়েকৰ মৰ-শটো বাহিৰলৈ উলিয়াই আনিলে আৰু শ-দাহ কৰিবলৈ আয়োজন কৰিলে। গাঁৱৰ পৰা এজন দুজনকৈ জ্ঞাতিৰ মানুহো পেটত হাঁহি মুখত দুখ দেখুৱাই উপস্থিত হ'লহি। সকলোৱে মিলি হৰিধ্বনি কৰি মৰা-শ শ্মশানলৈ নি চিতা সাজিলে। চিতাৰ জুই ধম্ ধম্ কৈ জ্বলি উঠিল। নিমিষতে দুখুৰ গিৰিয়েক ছাইত পৰিণত হ'ল।

———

# তৃতীয় অধ্যা

## বৰবৰুৱাৰ মন্ত্ৰণা

বৰবৰুৱা দুখুৰ গিৰিয়েকৰ খুড়াদেৱেক, কাজেই দুখুৰ শহুৰেক। বৰুৱা এজন জনা-বুজা মানুহ। তেওঁ কোনোমতে পেটেভাতে খাই লৈ জীৱন কটাইছিল। সংসাৰত তেওঁৰ লৰা-তিৰোতা কোনো নাই, এনেকি নিজৰ বুলিবৰ মাটি এডৰাও নাই। দুখুৰ গিৰিয়েক বৰ সাধু আৰু দয়ালু পুৰুষ আছিল। তেওঁ বৰুৱাক নিজৰ বস্তি-বাৰীৰ এফাল এৰি দি তাতে থাকিবলৈ দিছিল। তেওঁ জীয়াই থকা কালত বৰুৱাই কোনো হাই-কাজিয়া নকৰাকৈ মিলা-প্ৰীতিৰে আছিল; কিন্তু যেতিয়াৰ পৰা তেওঁৰ নৰিয়া টান হৈ আহিল সেই দিনাৰ পৰা বৰুৱাৰ মূৰত পিশাচে বাহ ললে।

বৰুৱাৰ দিনে ৰাতি টোপনি নাহে। কেৱল ভাৱে কেনেকৈনো দুখুৰ ধন-সম্পত্তি, মাটি-বাৰীখিনি নিজৰ কৰি লব পাৰে, আৰু গধূলি হলেই ইঘৰ-সিঘৰ কৈ ফুৰি ফুৰে। দুখুৰ আজি এই বিপদ দেখি তেওঁৰ ভূতে ধৰা মন নাচি উঠিল। লোক-নিন্দা মহাভয়,

এই ভাবি পথাৰৰ পৰা হাল এৰি দি তেওঁৰ ভতিজা পুতেক গুৰুচৰণৰ ঘৰত মেল পাতিলেগৈ। বকৰাই গুৰুৰ মাকক সুধিলে—“বৌ, আজি হেনো দুখুৰ গিৰিয়েক মৰিল শুনিছনে?” গুৰুচৰণৰ মাকে এই কথা শুনি আনন্দতে অস্থিৰ হৈ টপৰ্ কৰে মাত লগালে—“অ’ শুনিছোতো! ভালেই হ’ল; আপদ গুচিল। কিন্তু আমাৰ হলে কোনো শ-দাহ কৰিবলৈ যোৱা নাই। কেলেইনো যাব লাগিছে? আমি কিবা সিহঁতৰ বস্তুবাহানি পাম নে!”

বকৰা—“হয়তো, ময়ো তাকে ভাবিয়েই তালৈ যোৱা নাই। শেষ নিশাৰ পৰা দুখুৱে কপাল-মূৰ ভাঙ্গি কান্দি আছে তথাপি মাত এবাৰকে দিয়া নাই। ৰাতি পুৱাও নাজানা ভাও জুৰি হাল বাবলৈ গৈছিলোঁ। পিছে মানুহে—”বকৰাৰ কথা শেষ নৌহওঁতেই গুৰুৰ মাকে বাধা দি কলে—“পিছে আৰু কিয়? কি লোক-নিন্দা আছে? আমাৰ লগতনো সিহঁতৰ কিহৰ সম্বন্ধ? আমি সিহঁতৰ জ্ঞাতিও নহওঁ, কুটুম্বও নহওঁ। যদি সিহঁতৰ কিবা হলোঁহেঁতেন তেন্তে সিহঁতৰ সম্পত্তিৰ ভাগনো আমি কেলেই নাপাওঁ?

বকৰা—সম্পত্তিবোৰনো কাক দিলে কিবা শুনিছনে?

গুঃ মাক—কাকনো দিব। দুখুৰ গিৰিয়েক হে মৰিল, তাইৰ ভায়েক মুকুন্দ নতুনকৈ গিৰিয়েক হৈছে নহয়?

বকৰা—এৰা, ময়ো তাকেই ভাবিছোঁ।



গুঃ মাক—কেলেই—তোক জানো তই থকা মাটি-খিনি লিখি দিয়া নাই? তোক দেখোঁ মাটিখিনি লিখি দিম বুলিছিল; এতিয়ানো কি কৰিলে?

বকৰা—এতিয়াও দিয়া নাই। ৰাতি মৰিবৰ সময়ত বৈৰীয়েকৰ আগত কিবা কৈ গৈছে হব পায়।

গুৰুৰ মাকে মুখৰ চাৰিটামান পাক দি চকু থিয় কৰি কলে—“তই দুখুৰ মাটি খাবলৈ আহিছ! মুকুন্দক হেনো সকলো বস্তু-বাহান লিখি দিছে। যেতিয়ালৈকে ধনী আৰু শনিৰাম নাবালক অৱস্থাত থাকে তেতিয়ালৈকে হেনো মুকুন্দই সকলো মাটিবাৰী ভোগ কৰিব। তই বাৰু সেই মাটি পাবি জানো?”

বকৰাৰ মূৰৰ ওপৰত স্বৰগ ভাগি পৰিল। বকৰাৰ সকলো আশা ভৰসা মাটি হ’ল—আশালতাৰ মূলতে বিনাশ। বকৰাই তলমূৰ হৈ কিবাকিবি ভাবি মনতে প্ৰতিজ্ঞা কৰিলে—বাৰু সেই মাটি লব পাৰো নে নোৱাৰোঁ। এবাৰ দেখা যাব। মই আজিয়েই সেই মাটিৰ এটা দিহা কৰিম।’ গুৰুৰ মাকক লাহেকৈ—“বৌ আহিলোঁ হে’ বুলি কৈ তেওঁ গুচি গল গৈ।

বকৰাই তাৰ পৰা বাহিৰ হৈয়েই গাঁৱৰে বৰুণ মহৰীৰ ঘৰৰ ফালে খোজ ললে। মহৰীৰ ঘৰত উপস্থিত হোৱা মাত্ৰকে মহৰীয়ে তেওঁক দেখা পাই মাত লগালে—“বকৰাদেও, আজিনো কোন ফালে?”

বৰুৱা—মহৰী বাপু! আপোনাৰ ওচৰলৈহে আহিলোঁ; অলপ কাম আছিল।

"কিনো কাম আছে? ময়ো গা ধুবলৈ ওলাইছোঁ।"

"এৰা, যদি বেজাৰ নাপায় তেন্তে কব পাৰোঁ।" এই বুলি বৰুৱাই মহৰীৰ হাতৰ মুঠিত দুটি টকা গুজি দি সকলো বৃত্তান্ত ভাঙি কলে। মহৰীয়ে টকাকেইটি হাতত পাই বং মনেৰে কাগজ কলম হাতত লৈ বহিল। বৰুৱাৰ সকলো কথা শুনি এখন 'ষ্টাম্প' কাগজত জাল-খত লিখিবলৈ ধৰিলে ঃ—

মহামহিমার্ণব

শ্ৰীলশ্ৰীযুক্ত কনকচন্দ্ৰ বৰুৱা

মহিমাৰ্ণবেষু,

নিজ চহী— শ্ৰীধৰ্ম্মনাথ কাকতী

লিখিতং শ্ৰীধৰ্ম্মনাথ কাকতী পিতা ৺বংশীৰাম কাকতী —মৌজা ছয়ানী, সাকিন প্যাৰী গাঁও, কস্য দান খত-পত্ৰ মিদং কাৰ্য্যঞ্চাগে, আজি বহু বছৰৰ পৰা ওপৰত লিখিত মহাশয় মোৰ মাটিত আছে আৰু পাৰেমানে মোক বিপদে-সম্পদে সহায় কৰিছে। সেই নিমিত্তে বৰ্ত্তমান তেওঁ থকা মাটিখিনি তেওঁক দান কৰিলোঁ—



তাক তেওঁ পুত্ৰ-পৌত্ৰাদি ক্ৰমে ভোগ দখল কৰি থাকিব। ইয়াত মোৰ ওজৰ আপত্তি একো নাই। এতদৰ্থে স্বজ্ঞানে আৰু সুস্থ শৰীৰে এই দান খত-পত্ৰ লিখি দিলোঁ। ইতি ইং ১৮৯৮ চন ২ জানুৱাৰী।

ইসাদ—

শ্ৰীবলীনাথ গাঁওবুঢ়া—মৌঃ ছয়ানী সাকিন মাৰেগাঁও

শ্ৰীহৰিমল কোচ— „ „ „ ভাটীপাড়া

লিখক—শ্ৰীধৰ্ম্মনাথ কাকতী।

মহৰীয়ে খতখন লিখি বৰুৱাক এবাৰ পঢ়ি শুনালে। বৰুৱাই শুনি বৰ আনন্দিত হ'ল আৰু খতখন হাতত লৈ মহৰী বাপুক শত শত ধন্যবাদ দি ঘৰমুৱা হ'ল।

----

# চতুৰ্থ আধ্যা

## জ্বালা-যন্ত্ৰণা

ধনীৰাম তেনেই নাবালক। সি দহ বছৰীয়া লৰা মাথোন। সি এই বয়সত সংসাৰৰ বিষয়ে কি জানে? তথাপি বাপেক ঢুকাবৰ দিন ধৰি সি আন লগৰীয়াবোৰৰ লগত বেছি খেলা কৰি নুফুৰে। ধনীৰ স্বভাৱ চৰিত্ৰ, মনৰ চঞ্চলতা ক্ৰমে পৰিবৰ্ত্তন হৈ আহিবলৈ ধৰিলে। তাৰ ভায়েক শনিয়ে আন লৰা-ছোৱালীবোৰৰ লগত কিবা হাই-কাজিয়া কৰি কান্দি ফুৰিব বুলি সি সদায় শনিৰামক লগত লৈ ফুৰি ফুৰে। ধনী গাঁৱৰ পাঠশালাত পঢ়িছিল; কিন্তু পঢ়া সাং কৰিবৰ সময়তে পিতৃহীন হ'ল। তেতিয়াৰপৰা সি পঢ়া এৰি দিলে আৰু ছবছৰীয়া শনিৰামক পঢ়ুৱাবৰ মনেৰে পাঠশালালৈ পঠালে। ধনীয়ে এই লৰাকালৰ পৰাই চিন্তা কৰিবলৈ শিকেছে, পৰৰ অৰ্থে স্বাৰ্থত্যাগ কৰিবলৈ শিকিছে।

এদিনাখন দুপৰীয়া শনিক লগত লৈ ধনী পুখুৰীলৈ গা ধুবলৈ গ'ল। পুখুৰীৰ পূব ফালে মহা-শ্মশান। ধনী পুখুৰীলৈ নগে হাবি-বননিৰে ভৰা সেই মৰিশালিত



উঠিলগৈ। ইয়াৰ অলপ ভিতৰলৈ সোমাই গলে গা কঁপি উঠে। কত শত মৰা-শ পৰি আছে! ঠায়ে ঠায়ে মৰা মানুহৰ কানি-কাপোৰ দ'ম হৈ পৰি আছে। যিপিনেই চোৱা যায় সেইপিনেই হাড়-মূৰ। শগুন, কাউৰী আদি চৰাইবোৰে সেই হাড়-মূৰৰ ওপৰত বহি খট্ খট্ কৰিছে। শিয়াল, কুকুৰ আদিয়ে সেই হাড়-মূৰ লৈ খেলা কৰিছে। কোনো কোনো ঠাইত শ-দাহ কৰা চিতাৰ পৰা ধম্-ধম্‌কৈ জুই, ধোঁৱা ওলাবলৈ ধৰিছে। কিন্তু ওচৰত কোনো মানুহ নাই—যেন ৺কালিকাই নিজে শ-দাহ কৰিছে। এনেকুৱা এখন মৰিশালিত কাৰ ভয় নালাগে! কাৰ গা কঁপি নুঠে? কাৰ গাৰ নোম শিয়ঁৰি নুঠে! এই মহা শ্মশানত আমাৰ ধনী আৰু শনি দুই ভাই-ককাই ভৰ দুপৰীয়া উপস্থিত হ'লগৈ। শনিৰামে এইবোৰ দেখি ভয়তে অস্থিৰ হৈ ককায়েকৰ কাপোৰত খামোচ মাৰি ধৰিলে। কিন্তু ধনী নিমাত। মনত অলপো ভয় নাই! ধনীয়ে অলপ বেলি ইপিনে সিপিনে চাই বাপেকক পোৰা চিতাখন চিনি পাই তালৈ লৰ দিলে আৰু তাতে বহি কান্দিবলৈ ধৰিলে। ককায়েকক দেখি শনিৰামেও দুগুণে কান্দোনৰ ৰোল তুলিলে; কেৱল "পিতা, কলৈ গলি? পিতা কলৈ গলি?" চাৰিওফালে গছ-লতাত প্ৰতিধ্বনি উঠিল 'পিতা, কলৈ গলি?' ওচৰৰ পৰ্ব্বত-পাহাৰত প্ৰতিধ্বনি উঠিল

'পিতা কলৈ গলি ?' দুয়ো গলত ধৰাধৰিকৈ পাৰেমানে কান্দিলে,—চকু ৰঙা কৰিলে, তথাপি হেপাহ নপলাল। এই সময়ত সিহঁতক মাত দিওঁতা কোনো ন'হল,—অলপ প্ৰবোধ দি শ্মশানৰপৰা আঁতৰাই আনোঁতা কেও নহ'ল।

ঘৰত দুখুৱে সিহঁতক ভাত খাবলৈ মাতি বাটচাই থাকিল। ইপিনে মাতিলে 'ধনী'—কোনো উত্তৰ নাই। সিপিনে মাতিলে 'ধনী'—কোনো উত্তৰ নাই। পদুলি-মুখলৈ ওলাই আহি কোনো মানুহক বাটেদি যোৱা দেখিলে সিহঁতৰ আগত ধনী আৰু শনিৰ খবৰ সুধিলে কোনোৱে একো উত্তৰ নিদিলে। কোনোৱে বৰকৈ সোধাত উত্তৰ দিলে—'কব নোৱাৰোঁ।' দুখুৰ মন বেয়া লাগিল। ক্ৰমে নানা ৰকম চিন্তা মনত উপস্থিত হ'লহি। একোবাৰ ভাবে—"কিজানি সিহঁত পুখুৰীত গা ধুবলৈ গৈছে। এবাৰ যাওঁ—কিন্তু কেচুৱা জয়মতীক কেনেকৈ অকলে এৰি থৈ যাওঁ।" এইদৰে দুখুৱে বহুত বেলি ভাবি জয়মতীক অকলে শুৱাই থৈ পুখুৰীৰ ফালে খোজ ললে। পুখুৰীৰ পাৰত থিয় হৈ দেখিলে যে, তাত কোনো মানুহ নাই। পথাৰৰ হালোৱাই হাল এৰি বনুৱাই বন এৰি ঘৰলৈ আহিল। পথাৰ জনশূন্য। হঠাৎ পুব ফালৰ পৰা কান্দোনৰ ধ্বনি দুখুৰ কাণত সোমালহি। দুখুও এখোজ দুখোজকৈ শ্মশানৰ ফালে গ'ল ; কিন্তু এই ভৰ



দুপৰীয়া মহাশ্মশানৰ ফালে যাবলৈ গা শিয়ঁৰি উঠিল। তথাপি সন্তানৰ প্ৰতি চেনেহত অন্ধ হৈ লাহে লাহে শ্মশানৰ ভিতৰলৈ খোজ ললে। ক্ৰমে কান্দোনৰ ধ্বনি ভালকৈ শুনিলে আৰু সিহঁতৰ মাত বুজি পাই ঘটনা স্থললৈ লৰ দিলে। দেখে যে, দুয়ো ভাই-ককায়ে গলত ধৰাধৰিকৈ কান্দিবলৈ ধৰিছে। দুখুৰ মূৰত বজ্ৰপাত হ'ল; স্বৰগ ভাগি মূৰত পৰিল। স্বামী-শোক পুনৰাই জ্বলি উঠিল,—ৰমণীহৃদয় ভাগি খণ্ড খণ্ড শত খণ্ড হ'ল ! দুয়ো চকুৱে জৰ্ জৰ্ কৈ চকু-লো ববলৈ ধৰিলে। কান্দিব নোৱাৰে—চকু ফাটি যায়। কিন্তু উপায় কি ? সন্তানৰ অবোধ ৰোদনত যোগ দিলে সিহঁতক কোনে সান্ত্বনা দিব ? দুখুৱে মূৰ কপালত দুটামান ভুকু মাৰি কাপোৰৰ আঁচলেৰে চকু-লো টুকি লৰা দুটিক হাতত ধৰি ঘৰলৈ টানি লৈ আহিল।

ভাটীবেলা প্ৰায় চাৰিমান বজাত আমাৰ বৰবৰুৱাদেও ফুৰি ফুৰি ঘৰলৈ আহিল। ধনীক বাহিৰলৈ অহা দেখি তেওঁ তাক মাতি নি ওচৰত বহুৱালে। পোন প্ৰথমতে বৰুৱাই ধনীৰামৰ দুটি এটি মন ভাললগা কথা সুধিলে ; ধনীয়েও যথাযথ উত্তৰ দিলে। শেহত সুধিলে—"ধনী, তহঁতৰ বাপেৰ তো মৰিলেই ; এতিয়ানো তহঁতে কি কৰিবি ? যদি মোক তহঁতৰ মাটি-বাৰীখিনি মোৰ নামে লিখি নিদিয়, তেন্তে মই আৰু ইয়াত নাথাকিম, তহঁত

ইয়াত অকলে থাকিব লাগিব।” ধনীয়ে বৰুৱাৰ এই পৈশাচিক কথাবোৰৰ একো উত্তৰ দিব নোৱাৰিলে। মাকৰ ওচৰলৈ লৰি গৈ সকলো কথা মাকক ভাঙি পাতি কলে। দুখুৱে এই কথাবোৰ শুনি মূৰে-কপালে হাত দিলে। অলপ বেলি ভাবি-চিন্তি নিজৰ মনক নিজে প্ৰবোধ দি বৰুৱাদেওক মাত লগালে—“বৰুৱাদেও! এইবোৰ আপুনি কি বকিবলৈ ধৰিছে? জ্বলা-জুইত আকৌ ঘিঁউ ঢালি দিবলৈ আহিছে নে?”

বৰুৱাই দুখুৰ মাত শুনি তাত খন্তেকো নৰল—বাহিৰলৈ ওলাই গল। যাওঁতে নিজে নিজে কিবাকিবি বিৰবিৰকৈ সেই মন্ত্ৰণা-ঘৰ—গুৰুচৰণৰ ঘৰলৈ বাট ধৰিলে।

— —

# পঞ্চম আধ্যা

## বিধি সুপ্ৰসন্ন

দুখুৰ ঘৰ-বাৰী শ্মাশনত পৰিণত হোৱাৰ পিচত তেওঁৰ ভায়েক মুকুন্দই সকলো কাম চলায়। তেওঁৰ ভালেমান গৰু-গাই আছিল, মুকুন্দই তাৰে কিছুমান বেচিলে আৰু এজন চাকৰ ৰাখি দি সদায় ধনীক লগত লৈ ফুৰিবলৈ ধৰিলে।

দিন যায়, ৰাতি আহে; আকৌ ৰাতি যায়, দিন আহে। দিনৰ পিচত দিন গ'ল, মাহৰ পিচত মাহ গ'ল, বছৰৰ পিচত বছৰ গ'ল। ক্ৰমে ধনীৰামে ওঠৰ বছৰ বয়সত ভৰি দিলেহি। দুখুৰ ঘৰ পুনৰাই ধন-ধানেৰে পূৰ হ'ল। তেওঁৰ ধন-ধানৰ বিষয় কোনো চিন্তা নোহোৱা হ'ল। কিন্তু স্বামী-শোক পাহৰে কেনেকৈ? দিনৰ দিনটো ঘৰৰ কাম কৰি থাকে, কোনো দুখ-শোক ওচৰলৈ আহিব নোৱাৰে। কিন্তু ৰাতি, যেতিয়া ঘৰৰ সকলো কাম-কাজ এৰি খায়-লৈ উঠি চাৰিপাটিত পৰি নিদ্ৰা দেৱীৰ আশ্ৰয় লয়গৈ, তেতিয়া যে তেওঁৰ অন্তৰ কিমান ভাৱনা-চিন্তাৰে পূৰ হয়, কোন জানে? কোনে

বুজিব সেই গভীৰ নিশা অকলে শোৱা কোঠালীত বহি বহি দুখুৱে হিয়ামূৰ ভুকুৱাই কেলেই কান্দিছে? কোনে ভাবিব দুখ স্বামী-শোকত অধৈৰ্য্য হৈছে? কোনে ভাবিব দুখুৰ দুখ হৈছে? "নিজ কষ্ট বুজা নিজে, কি বুজিব আনে" মিছা নহয়।

যি কি নহওক, দিনে দিনে দুখুৰ স্বামী-শোক অলপ অলপকৈ পাতলি আহিব লাগিছে। ধনীয়ে নিজে মোমায়েকৰ লগত কাম-কাজ কৰি ফুৰে। শনিৰামেও চৈধ্য বছৰ বয়সত ভৰি দিলেহি। দুখুৱে এই জোন যেন মুখ দুখনি দেখি স্বামী-শোক পাহৰিব ধৰিলে। দুখুৱে উঠোঁতে, বহোঁতে, খাওঁতে লওঁতে সদায় ভাবে আৰু ঈশ্বৰৰ ওচৰত হাতযোৰকৈ প্ৰাৰ্থনা কৰে—"হে দয়াময়! নিসহায়া নিৰশ্ৰায়া বিধৱাক কিমান দুখ দিয়া! ইমানতে আঁটিছে প্ৰভু! মোৰ এই বাছা দুডুখৰিক যেন ভালে ৰাখা আৰু যেন সিহঁতক পিতৃ-নাম ৰাখিবৰ নিমিত্তে সমৰ্থ কৰা—এয়েহে শত শত প্ৰাৰ্থনা। এই মুখ দুখনি দেখিয়েই যেন স্বামী-শোক পাহৰিব পাৰোঁ। পিতৃ-মাতৃৰ আৰু স্বামী গুৰুৰ শ্ৰীচৰণ আশীৰ্ব্বাদে যেন সতী ধৰ্ম্ম ৰক্ষা কৰিব পাৰোঁ।"

বাস্তৱিকতে দুখুৰ প্ৰাৰ্থনা পূৰ হল। দুখুৰ মনোবাঞ্ছা সিদ্ধি হ'ল। দয়াময় হৰি দুখু বিধৱাৰ প্ৰতি সুপ্ৰসন্ন হ'ল।

প্যাৰি গাঁৱৰ ছমাইলমান দক্ষিণে মৌজাদাৰ হাকিমৰ ঘৰ। সেই সময়ত মৌজাদাৰ সকলক তহশীলদাৰ বুলি-



ছিল আৰু তেওঁলোকেই তেওঁলোকৰ তলত থকা মৌজা খনৰ ৰজা আছিল। তেওঁলোকে নিজে মোকৰ্দ্দমা আদি বিচাৰ কৰিছিল; প্ৰজাবিলাকক ইচ্ছামতে অত্যাচাৰ কৰিছিল। আমাৰ মৌজাদাৰো বৰ ধনী, মানী, জ্ঞানী আৰু দয়ালু পুৰুষ আছিল। তেওঁ ধনী আৰু দুখুৰ কথা শুনি মৰমতে পমি গল আৰু এদিন ধনীক মাতি নি তাক মাহিলি বাৰ টকা বেতনৰ এটি চাকৰি দিলে। ধনী বৰ শান্ত আৰু সাধু স্বভাৱৰ লৰা আছিল। সি নিজৰ শিষ্টাচাৰ আৰু ভদ্ৰতা গুণৰ বাবে দিনে দিনে সেই কামত উন্নতি কৰিবলৈ ধৰিলে আৰু অলপ দিনৰ ভিতৰতে মৌজাদাৰ হাকিমৰ বৰ চেনেহৰ পাত্ৰ হৈ উঠিল। ইপিনে শনিৰামেও মধ্য ইংৰাজী স্কুলত বৃত্তি পাই সদৰ উচ্চ ইংৰাজী স্কুলত পঢ়িব ধৰিলেগৈ। সিও প্ৰধান শিক্ষকৰ বৰ চেনেহৰ পাত্ৰ হৈ উঠিল। এইদৰে দুখুৰ দুখ দিনে দিনে কমি আহিবলৈ ধৰিলে। মুকুন্দৰামে ঘৰত চাকৰাদি চলাই খেতি-বাতি কৰি ঘৰ-দুৱাৰ বান্ধি দিলে। অলপ দিনৰ ভিতৰতে দুখুৰ ঘৰ পুনৰায় ধনে-ধানে আগৰ নিচিনা হৈ উঠিল।

———

# ষষ্ঠ আধ্যা

## পাপৰ পৰাচিত

এদিন ৰাতি দুখুৱে খাই-বৈ উঠি স্বামী-গুৰুক সুঁৱৰি শুইছেগৈ। জয়মতী টোপনিৰ পৰা সাৰ পাই কান্দি উঠিল। তেওঁ জয়মতীক নিচুকাই আকৌ শুৱাই থলে। এনেতে শুনিব পালে যে, বৰুৱাৰ ঘৰৰ ফালে কোনোৱাই টান নৰিয়াত পৰাৰ নিচিনাকৈ কেকাব ধৰিছে।

দুদিনমান আগৰপৰা আমাৰ সেই পিশাচ প্ৰকৃতিৰ ৰবৰুৱাৰ বৰ টান নৰিয়া। তেওঁ গুৰুচৰণৰ ঘৰতে নৰিয়াত পৰে; কিন্তু বৰুৱাৰ স্বভাৱৰ গুণেই হওক বা আন কাৰণেই হওক গুৰুৰ মাকে তেওঁক তাৰপৰা খেদি দিলে। সেইদেখি বৰুৱাদেৱে উপায়ান্তৰ নেদেখি শেষত নিজৰ ভগা পঁজা ডোখৰতে আশ্ৰয় লৈছেহি। দুখুৱে বৰুৱাৰ করুণ স্বৰ আৰু পিয়াহত পৰি 'পানী, পানী' বুলি খোজা কাতৰ বিননি শুনি সহিব নোৱাৰিলে। দুখুৰ কোমল অন্তৰ মৰমতে পমি গল; তেওঁৰ কোমল হৃদয় দুখতে গলি গল। তেওঁ বাহিৰলৈ ওলাই আহিবৰ মন কৰিলে, কিন্তু বৰুৱাৰ কুকীৰ্ত্তিৰ স্মৃতিয়ে তেওঁক



বাধা দিলে। এই স্মৃতি আৰু বিবেকৰ টনাটনি লাগিল—বিবেকে কলে, 'পৰৰ দুখ দেখি চাই থকা মহাপাপ।' আকৌ স্মৃতিয়ে কলে, 'তোমাৰ পূৰ্ব্ব কথা মনত পেলাই চোৱা—কৰাক কৰিলে একো দোষ নাই।' এনেকৈ দুয়ো শক্তিৰ তয়া-ময়া যুজ লাগিল। শেহত স্মৃতি শক্তি ঘাটিল, বিবেক শক্তিয়ে জয়লাভ কৰিলে। দুখু তাতে আকৌ তিৰোতা—কাজেই বৰুৱাৰ দুখ সহিব নোৱাৰিলে। চাকিটো হাতত লৈ বাহিৰলৈ ওলাই আহি বৰুৱাক মাত দিলে, "বৰুৱাদেও! আপোনাৰ কি হৈছে? আজি দেখোঁ বৰকৈ কেকাব ধৰিছে, কিয়।" বৰুৱা নিস্তব্ধ,—নিমাত। তেওঁৰ দুখুৰ প্ৰতি কুকথাই আৰু কু-ব্যৱহাৰে দুখুক মাতিবলৈ বাধা দিলে। মাতোঁ মাতোঁ বুলি চেষ্টা কৰে কিন্তু সাহ নহয়। মাতিবলৈ লাজ লাগে—ইপিনে পিয়াহত প্ৰাণ যায়। অৱশেষত সকলোকে এফলীয়াকৈ থৈ কলে 'পা—নী—লা—গে।' দুখুৱে তেওঁৰ ঘৰৰপৰা একলহ পানী ললে আৰু চাকৰজনক টোপনিৰপৰা জগাই আনি দুয়ো বৰুৱাৰ দুৱাৰখন মেলি দেখিলে বৰুৱাদেও জ্বৰতে অস্থিৰ; "পানী, পানী" বুলি ছট্‌ফট্ কৰিব ধৰিছে। পিয়াহত গল শুকাই গৈছে, মাত ফুটি নোলোৱাত পৰিছে। দুখুৱে লাহে লাহে বৰুৱাৰ ওচৰলৈ গৈ পানী এবাটি তেওঁৰ মুখত ঢালি দিলে।

বকৰাই পানী বাটি খাই অলপ তত পালে—লাহে লাহে চেতনা লাভ কৰিলে। দুখু বহুত বেলি বকৰাৰ অৱস্থা দেখি-শুনি চাকৰজনে সৈতে ওলাই আহিল। এনেতে বকৰাই কলে,—"দুখু! তোমাৰ মই বৰ দোষ কৰিছোঁ। তোমাক মই আগেয়ে চিনি পোৱা নাছিলোঁ, এতিয়াহে চিনি পালোঁ। এতেকে দুখু! মোৰ সকলো দোষ ক্ষমা কৰিবা।"

দিনৰ পিচত দিন গ'ল, বকৰাৰ নৰিয়াও ক্ৰমান্বয়ে টান হৈ আহিল। এই বেলি বোধ হয় বকৰা সিপুৰীলৈ যাত্ৰা কৰিব, সন্দেহ নাই। তেওঁৰ অৱস্থা দিনে দিনে, ঘণ্টাই ঘণ্টাই প্ৰতিমূহূৰ্ত্তে বেয়াৰ ফালেহে; ভালৰ চিন অলপো নাই। বকৰাৰ কোনো সতি-সন্তান নাই বুলি আগতে কৈ অহা হৈছে; কাজেই তেওঁৰ সেৱা-শুশ্ৰূষা কৰাৰ কথাকে নকওঁ, বাতৰি লওঁতাই কেও নাইকিয়া। সেই মন্ত্ৰদাত্ৰী গুৰুচৰণৰ মাকেও কোনো খবৰ বাতৰি নললে। ভতিজা পুতেক গুৰুচৰণকো এই বিপদত এবাৰ দেখা নাপালে। প্ৰত্যেক দিন পুৱা-গধূলি দুখুৱে অলপ তপত পানী আৰু কিবাকিবি অলপ-অচৰপ খোৱা বস্তু বকৰাক দি আহেগৈ। বকৰাৰ বেমাৰৰ লগে লগে দিনো চুকাই আহিলে, হিতাহিত জ্ঞানো চাপি আহিলে, তেওঁৰ মুখত এতিয়া আন কথা নাই কেৱল দিনে ৰাতি 'দুখু? তোমাক মই বৰ অন্যায় কৰিছোঁ, ক্ষমা কৰিবা' এই বুলি মাথোন কয়।



আজি বকৰাৰ শেষ দিন। ৰাতিপুৱাৰ পৰা তেওঁৰ মাত-বোল নাই। দুখুৱে ওচৰতে বহি যথা শক্তি সেৱা-শুশ্ৰূষা কৰিলে কিন্তু নুমোৱা চাকিত তেল দিলে কি হব! লাহে লাহে বকৰাৰ মাত বন্ধ হৈ আহিল। কেবাবাৰো মাতিলে কেতিয়াবাহে 'উ' বুলি উত্তৰ দিলে; সেয়ে সকলো। দুখুৱে বকৰাৰ অন্তিম কাল উপস্থিত হোৱা বুজি ঘৰৰ মৰা-শ বাহিৰ কৰিবৰ নিমিত্তে গুৰু-চৰণহঁতক মাতি পঠিয়ালে কিন্তু সিহঁতৰ কোনো নাহিল। 'বিপদ কালৰ বন্ধুই হে বন্ধু!" ভাটিবেলা প্ৰায় দুই বাজিছে, এনেতে বকৰাদেৱে সিপুৰীলৈ যাত্ৰা কৰিলে। মৰিবৰ সময়ত মুখত কোন কথা নাই, কেৱল আধা-ফুটা মাতেৰে কলে, "দু—খু—পা—নী"। এই কথাষাৰো শেষ হ'ল—বকৰাৰ প্ৰাণ-পক্ষীও উৰি গ'ল।

সেই সময়ত ঘৰত কেৱল জয়মতী, দুখু আৰু চাকৰ এজন। চাকৰজনে ওচৰ-চুবুৰীয়া দুজনমান মানুহক মাতি আনি মৰা-শটো ঘৰৰ পৰা বাহিৰ উলিয়ালে আৰু শ-দাহ কৰিবৰ নিমিত্তে সকলো বয়-বস্তু যোগাৰ কৰিলে। কিন্তু কথা হ'ল—বকৰাৰ শ্ৰাদ্ধ কৰিব কোনে? বহুত বেলি ভাবি-চিন্তি থকাৰ পিছত গুৰুচৰণক মতাই অনা হ'ল, কিন্তু গুৰুচৰণ আহিল অনিচ্ছাতহে। দুখুৱে সকলো খৰচ-পাতি দিম বুলি গাত লোৱাত গুৰুৱে বকৰাৰ শ্ৰাদ্ধ কৰিবৰ নিমিত্তে মান্তি হ'ল।

---

# সপ্তম আধ্যা

## পুখুৰী পাৰত

জয়মতীয়ে তেৰ বছৰ পাৰ হৈ চৈধ্য বছৰ বয়সত ভৰি দিলে। জয়মতী এজনী ধীৰ, স্থিৰ আৰু সৎ-স্বভাৱৰ গুণৱতী দেখনিয়াৰ ছোৱালী; জয়মতীৰ বিবাহ কাল উপস্থিত হ'ল হি, তথাপি উপযুক্ত পাত্ৰ পোৱা নাই গতিকে জয়মতী আজিও অবিবাহিতা। দুখুৰ দিন-ৰাতি একমাত্ৰ চিন্তা জয়মতীক কেনেকৈনো এজন সৎ পাত্ৰত সমৰ্পণ কৰে। মাজে-সময়ে জয়মতীক চাবৰ নিমিত্তে মানুহ আহে, কিন্তু এতিয়াও ভাল বৰ এজন পোৱা নাই।

এদিনাখন ৰাতিপুৱা জয়মতী ঘৰৰ সকলো কাম শেষ কৰি এটা কলহ কাষত লৈ গা ধুবৰ মনেৰে পুখুৰীলৈ গ'ল। তাই পুখুৰীৰ ঘাটৰ খট্‌খটিৰে নামি পানীৰ ওচৰলৈ গ'ল আৰু কলহটি পানীত এৰি দি হাতেৰে পানীত ঢৌ তুলি দিবলৈ ধৰিলে। কলহটি দূৰলৈ গলে তাই কলহটি টানমাৰি আনে, আকৌ ঢৌ তুলি দিয়ে; কলহ আকৌ ভাহি যায়, আকৌ টানমাৰি



আনে। এনেকৈ জয়মতীয়ে পানীত ধেমালি কৰি আছে। অলপ বেলিৰ মূৰত কলহটি ভৰাই পাৰলৈ তুলি আনি খট্‌খটিৰ তলৰ খাপত থলে আৰু কাষতে পুখুৰীৰ পানীৰ ফালে মুখকৈ বহি ৰ'ল। জয়মতীয়ে তলমূৰ হৈ ভাবিলে, কেৱল ভাবিলে কিন্তু কি ভাবিলে? নিজৰ ৰূপ গুণৰ কথা ভাবিলে? নে পিতৃহীনা হৈ পুখুৰীৰ পাৰলৈ আহি পিতৃ-শোক মনত পেলালে? নহয়। তেন্তে এই মনোমোহিনী ৰূপ লৈ যৌৱন-ভৰা অন্তৰৰ কথা ভাবিলে নে কি? কোনে কব? ভ্ৰমৰক সোধাগৈ ফুলি থকা ফুলবোৰে কি ভাবিছে! ভেট, পদুমক সোধাগৈ জোনাক ৰাতি সিহঁতে ওপৰলৈ চাই কি ভাবিছে! জয়মতীয়ে অকলশৰে বহি কেৱল ভাবিলে। লাহে লাহে বেলি দুপৰ হ'লহি, তথাপি জয়মতীয়ে ভাবিয়ে থাকিল। পথাৰত মানুহৰ সমাগম নোহোৱা হ'ল, সকলোৱে খন্তেক সময় বিশ্ৰাম লভিম বুলি দিহাদিহি গ'ল; তথাপি জয়মতীয়ে তলমূৰ হৈ ভাবি থাকিল। ভাবনাৰ অন্ত নাই, পাৰ নাই, আগ-গুৰি একোৱেই নাই। জয়মতী নিজৰ ভাবতে নিজে বাহ্যিক জ্ঞান শূন্য হৈ থাকিল। কোনো ফালে দৃষ্টি নাই, চকু মুজি কেৱল ভাবিলে। এনেতে পাছফালৰ পৰা এজন অচিনাকী ডেকাই মাত লগালেহি— 'জয়মতী!' জয়মতী উচপ্‌ খাই উঠিল। চকু মেলি পাছলৈ উলটি চাই দেখিলে যে এজন অচিনাকী ডেকাই তেওঁৰ পিনে

একমনে ৰ-ৰাগি চাই আছে। জয়মতীয়ে ততালিকে মুখ ঘূৰাই তলমূৰ হৈ আকৌ কিবাকিবি ভাবিবলৈ ধৰিলে। ডেকাজনে জয়মতীৰ ভাৱ-ভঙ্গী দেখি আচৰিত হ'ল। তেওঁ জয়মতীক কেবাবাৰো মাতিলে, কিন্তু কোনো উত্তৰ নাপালে। ডেকাজন বিফল মনোৰথ হৈ "বাৰু" বুলি পাছৰ ফালে খোজ ললে—এনেতে জয়মতীয়ে কোমল সুৰেৰে মাত লগালে—"আপুনি কোন?"

ডেকাজনে ঘোঁৰাত উঠোঁ উঠোঁকৈ লেগামত ধৰি উত্তৰ দিলে—'মোৰ নাম হৰেন্দ্ৰ।'

এই কথা কৈয়ে ডেকাজন ঘোঁৰাৰ পিঠিত জাপ মাৰি উঠি কোনোবা ফালে গুচি গ'ল। জয়মতীয়ে ফিৰি চাই দেখে যে ডেকাজন নাই। কলৈ গ'ল? লগে লগে তেওঁৰ অন্তৰৰ পৰাও যেন কিবা এটি বস্তু আঁতৰি গ'ল। কেৱল মুখত থাকিল 'হৰেন' আৰু অন্তৰত থাকিল হৰেনৰ মুখখন।

জয়মতী লাহে লাহে উঠি কলহটি কাষত লৈ ঘৰ-মুৱা হ'ল।

প্যাৰি গাঁৱৰ ছমাইল দক্ষিণে মুন্সি গাঁৱত শ্ৰীযুত চেনিৰাম মৌজাদাৰ হাকিমৰ ৰাজ-হাউলি। হৰেন্দ্ৰনাথ চেনিৰামৰ একেটি মাত্ৰ সন্তান। সকৰে পৰা গাঁৱলীয়া স্কুলত পঢ়ি পঢ়া সাং কৰি সদৰ-হাইস্কুলৰ দ্বিতীয় শ্ৰেণীত পঢ়িছিল। তেওঁ দ্বিতীয় শ্ৰেণীত কেবাবাৰো প্ৰমোচন



নাপালে। বাপেকে তেওঁক পঢ়িবলৈ দিলে কিন্তু তেওঁৰ হলে পঢ়াৰ ফালে বেছি ধাউতি নাছিল। সেই বাবে হৰেন্দ্ৰই পঢ়া এৰি দি ঘৰলৈ আহিল। বাপেকে হৰেনৰ জীৱনৰ একো দিহা লগাব নোৱাৰি এখন সৰু মৌজাৰ ভাৰ তেওঁৰ ওপৰত দিলে। হৰেনে নিজে শ্ৰমশীল আৰু কাৰ্য্যপটু গুণে সেই মৌজাখন সুখ্যাতিৰে চলাবলৈ ধৰাত বাপেকেও বৰ সন্তোষ পালে।

হৰেন্দ্ৰ মাক-বাপেকৰ বৰ চেনেহৰ লৰা। অলপ জ্বৰ বা কোনো অসুখ হলেই মানুহ পঠাই হৰেনক ঘৰলৈ লৈ আহে। এই সুবিধাতে হৰেন্দ্ৰ ঘোঁৰাত উঠি ধনীৰ লগত প্যাৰি গাঁৱলৈ যায় আৰু তিনি চাৰি দিন ৰং-ধেমালি কৰি থাকি তুয়ো মুন্সি গাঁৱলৈ উভতি আহে। সেই সুযোগত হৰেনে জয়মতীক দেখা পায় আৰু তেওঁৰ ৰূপ-গুণ দেখি বিমোহিত হয়। প্ৰথম দিনা দেখিবৰে পৰা হৰেনে জয়মতীক অন্তৰে সৈতে ভালপায়, কিন্তু জয়মতীয়ে হৰেনক ভালপায় নে নাপায় কব নোৱাৰোঁ। হৰেন্দ্ৰই জয়মতীৰ লগত দেখা-সাক্ষাৎ কৰিবলৈ আৰু কথা-বতৰা কবলৈ বহু দিন চেষ্টা কৰিলে, কিন্তু এদিনো সুবিধা পোৱা নাছিল। সেই নিমিত্তে আজিলৈকে হৰেন্দ্ৰ আৰু জয়মতীৰ ভাল চিনা-পৰিচয় হৈ উঠা নাই। হৰেন্দ্ৰৰ জয়মতীক দেখিবলৈ প্ৰবল ইচ্ছা। নিজৰ মৌজাৰপৰা কোনো কাৰণে ঘৰলৈ

আহিলেই এবাৰ প্যাৰি গাঁৱলৈ আহি জয়মতীক এবাৰ চাই যোৱাই প্ৰধান কাম। সিদিনাখন হৰেনে ঘৰলৈ আহি প্যাৰি গাঁৱলৈ ঘোঁৰাত উঠি আহিল। হৰেনে জয়মতী-হঁতৰ ঘৰলৈ আহি চাকৰজনক মাতিকে। ঘৰত কোনো নাই, কেৱল ছুখু। তেৱোঁ গা ধুই ভাত ৰান্ধিবলৈ ওলাইছে, এনেতে বাহিৰত হৰেনৰ মাত শুনিলে। ওলাই আহি হৰেনক বহিবলৈ কৈ তামোল-ছালি দি ধনীৰামৰ আৰু তেওঁলোকৰ ঘৰৰ সকলো খবৰ বাতৰি সুধিলে। ছুখুৱে চাকৰজনক হৰেনৰ ওচৰত থৈ জা-জলপানৰ দিহা কৰিবৰ নিমিত্তে ভিতৰলৈ গ'ল। সেই সুবিধাতে হৰেনে কথাই কথাই জয়মতী যে ঘৰত নাই এই কথাৰ সম্ভেদ চাকৰজনৰ পৰা উলিয়ালে। খন্তেক ভাবি চাকৰজনক বিদায় দি হৰেনে ঘোঁৰা মেলি দি ঘৰমুৱা হ'ল। হৰেনৰ মনত কেৱল জয়মতীৰ সেই লাৱণ্যময়ী প্ৰতিমা, কিন্তু সেই প্ৰতিমা দেখে ক'ত? হৰেনৰ ঘোঁৰাই পুখুৰীৰ পাৰৰ বাটেদি খোজ ললে। হৰেনৰ হঠাৎ চকুত পৰিল যে এজনী ছোৱালীয়ে পুখুৰীৰ পানীৰ ওচৰত তলমূৰকৈ কিবাকিবি ভাবি অকলশৰে বহি আছে। তেওঁ বহুত বেলি সেইপিনে তধা লাগি চাই ৰ'ল। ঘোঁৰাৰ পৰা নামি ঘোঁৰাটো ছাঁয়াত বান্ধি থৈ এখোজ ছুখোজকৈ পানীৰ ওচৰলৈ খোজ ললে। হৰেনৰ চকু থিৰ হ'ল। তেওঁ চিনি পালে "এওঁ নিশ্চয় জয়মতী; নহলে আন কোনো ইয়াত এই ভৰ ছুপৰীয়া অকলে বহি নাথাকিব। এই ভাবি তেওঁ পাছফালৰ পৰা মাত লগালে 'জয়মতী!'



----

# অষ্টম আধ্যা

## প্ৰথম দেখা

ধনীৰাম মৌজাদাৰৰ বৰ চেনেহৰ পাত্ৰ হৈ উঠিল। মৌজাদাৰে ধনীক নিজৰ পুতেক যেন বিবেচনা কৰা হ'ল। তেওঁ ধনীক যিমান বিশ্বাস কৰে আন কাকো নকৰে, এনেকি তেওঁ নিজৰ পুতেক হৰেনকো সিমান বিশ্বাস নকৰে। মৌজাদাৰ হাকিম ধনীৰ ওপৰত প্ৰায়ে সকলো কামৰ ভাৰ দি নিশ্চিন্ত মনে বহি থাকে। তেওঁ কেৱল নামতহে মৌজাদাৰ, কিন্তু কাজত হলে ধনীৰামহে মৌজাদাৰ।

ব'হাগ মাহ। বেলি ছুপৰ। আকাশত কতো অলপো ডাৱৰৰ চিন নাই। আকাশ তেনেই নিৰ্ম্মল। সুৰ্য্যৰ প্ৰখৰ ৰশ্মি পোনে পোনে পৃথিবীত পৰিছেহি! ওপৰলৈ চাবই নোৱাৰি। তাপত সকলো বস্তু শুকাই খৰখৰীয়া হৈ উঠিল। হোলা, ডোবা আদিত এটোপাও পানী

পাবলৈ নাই। গৰু, ম'হবোৰে হোলা-ডোবাবোৰত পিউ, পিউকৈ পানী বিচাৰি নাপাই বোকাবোৰকে চেলেকি খাই পিয়াহ পলুৱাইছে। বাটৰুৱাবোৰে তত নাপাই গছৰ ছাঁয়াত খন্তেক জিৰণি লৈছে। এনেতে ধনীৰাম গাঁও ফুৰি ফুৰি পিয়াহত কাতৰ হৈ এগৰাকী চহকী মানুহৰ ঘৰত উপস্থিত হ'লগৈ। পদূলি মুখত ঘোঁৰাটো বান্ধি থৈ "কোন আছে?" বুলি সোধাত এজনী প্ৰায় পোন্ধৰ বছৰীয়া ছোৱালী বাহিৰলৈ ওলাই আহি 'কোন!' বুলি উত্তৰ দিলে। ধনীৰামে—"খাবলৈ পানী অলপ দিয়াচোন" বুলি কৈ ছোৱালীজনীৰ ফালে ৰ' লাগি চাই ৰ'ল। লীলাৱতী লাজতে তলমূৰ হ'ল আৰু লাহে লাহে ভিতৰলৈ সোমাই গ'ল। ধনীৰামে বিনা নিমন্ত্ৰণে বিনা বাক্যে বাহিৰতে পাতি থোৱা বেঞ্চি এখনত বহি পৰিলগৈ। লীলাৱতীয়ে ঘৰলৈ গৈ চাকৰ এজনক বিচাৰিলে কিন্তু লগ নাপালে। ঘৰত কোনো নাই; বাপেক ৰঘুনাথ গাঁওবুঢ়াও গাওঁলৈ ওলাই গৈছে। লীলাৱতী ভাৱনাত পৰিল "এই অচিনাকী ডেকাজনক কেনেকৈ সন্তুষ্ট কৰি বিদায় দিওঁ? পিয়াহত পানী এটোপা নিদিলে যে মহাপাপ হব! উপায় কি?" এনেতে চাকৰ এজন ভিতৰলৈ আহিল। লীলাৱতীয়ে উৱাহ পালে। ততালিকে তাৰ হাতত পানী এলোটা আৰু তামোল-ছালি দি পঠালে। লীলাই ভাবিলে "পিতাৰ



লগত এওঁৰ নিশ্চয় চিনা-পৰিচয় আছে, নহলে তেওঁ এনেকৈ আমাৰ ঘৰলৈ অসময়ত কিয় আহিব! চাকৰজনক কলে, "মানুহজনক অলপ বহিবলৈ কৰি, এতিয়া পিতাও ঘৰত নাই। খন্তেক জিৰাই অলপ চাহকে খাই যাব।" এই বুলি চাকৰজনক দিহা দি লীলাই অলপ চাহ কৰিবৰ আয়োজন কৰিলে। চাকৰজনে ধনীৰামক খাবলৈ পানী, তামোল-ছালি, ধঁপাত আদি দি লীলাৰ অনুৰোধ জনালে। ধনীৰাম প্ৰথমতে অসন্মত হ'ল কিন্তু 'কি জানি এবাৰ লীলাক দেখা পাওঁ' এই ভাবে তেওঁক তাত এঘন্টামান বহুৱাই ৰাখিলে। ধনীৰামে চাকৰজনৰ লগত এটি দুটিকৈ কথা পাতিলে। জানিব পাৰিলে যে সেইটো ৰঘুনাথ গাঁওবুঢ়াৰ ঘৰ আৰু ছোৱালীজনী ৰঘুনাথৰ মাতৃ-হীনা একমাত্ৰ কন্যা। ধনীৰামে ৰঘুনাথ গাঁওবুঢ়াক চিনি পায়, কিন্তু তেওঁৰে যে এইটো ঘৰ তাক চিনি পোৱা নাছিল। ৰঘুনাথৰ লগত তেওঁৰ চিনা-পৰিচয়, খাতিৰ আৰু তেওঁ যে চেনিৰাম মৌজাদাৰৰ প্ৰধান কৰ্ম্মচাৰী—তেওঁ সকলোকে চাকৰজনৰ আগত নিজে ভাঙি পাতি কলে। চাকৰজনে ভিতৰলৈ গৈ এইবোৰ নতুন কথা লীলাক জনালেগৈ। লীলাই তাৰ হাতত চাহ এপিয়লা দি কলে, "তেনেহলে তেওঁক বহিবলৈ কৰি, ইয়াতে গা-পা ধুই খোৱা লোৱা কৰি যাব; পিতাৰো আহিবৰ সময় হৈছে।"

চাকৰজনে ধনীক লীলাৰ দ্বিতীয় অনুৰোধ জনোৱাত অমান্তি হ'ল। সি ভিতৰলৈ গৈ লীলাক খবৰ দিলে। লীলাই বঁটা এখনত তামোল-ছালি পঠাই দি নিজে বেৰাৰ ওচৰলৈ আহি কলে, "পিতা আহিবৰ হৈছে. অলপ বহি গা-পা ধোৱক, ভাত পানী খাই যাব!" ধনীৰ চকু স্থিৰ। লীলাৰ কথা কাণত সোমাল নে নাই সঠিকৈ কব নোৱাৰোঁ। ধনীয়ে লীলাৰ মুখখন আৰু চকুযুৰিলৈ ৰ লাগি চাই থাকিল। ধনীৰ ভোক-পিয়াহ নোহোৱা হ'ল। নিজৰ মন-প্ৰাণ লীলাত সঁপি দি 'এতিয়া বিদায় হে' বুলি কৈ ঘোঁৰা মেলি দিলে! ঘোঁৰাই গপ্‌গপ্‌কৈ মুন্সি গাঁৱৰ ফালে খোজ ললে।

---

# নৱম আধ্যা

## ডেকা-গাভৰু

ব'হাগ বিহুৰ ধ্বনি প্ৰত্যেক ডেকা-গাভৰুৰ কাণে কাণে বাজি উঠিছে; তাৰ তালে তালে, ছেৱে ছেৱে মন-প্ৰাণো আনন্দত নাচি উঠিছে। আজি অসমীয়াৰ ৰঙালী বিহু—মহোৎসৱৰ দিন। ই জীৱনৰ এটা নতুন দিন। বসন্তৰ লগে লগে যেনেকৈ প্ৰকৃতি দেৱীয়ে নতুন সাজ-পাৰ পিন্ধিছে—গছ-লতাবোৰে নতুন পাত ধৰিছে, ফুলগছবোৰে নতুন ফুল মুখত লৈ হাঁহি হাঁহি বসন্তৰ ধীৰ বতাহৰ লগে লগে হালি-জালি নাচিছে, চৰাইবোৰে খেলি-মেলি কৰি ঈশ-গান গাইছে, কুলিয়ে গছৰ ডালত পৰি পাতৰ মাজৰপৰা "কু" "কু" কৰি প্ৰকৃতি দেৱীক সজাগ কৰিছে, তেনেকৈয়ে প্ৰকৃতিক অনুকৰণ কৰি ৰাতিপুৱাই মুনিহসকলে গৰু-ম'হবোৰ ওচৰৰ বিল, পুখুৰী, নৈ আদিত ৰং-ধেমালি কৰি ধুৱাই ঘৰলৈ আহি নতুন কাপোৰ-কানি লৈছে। ঘৰত তিৰুতা-বোৰে ঘৰ-দুৱাৰ পৰিষ্কাৰকৈ মচি গা-মূৰ ধুই নতুনকৈ বিহুৰ কাপোৰ পিন্ধিছে। সকলোৱে আনন্দতে ৰঙালী হৈ উঠিছে! আজি সকলো নতুন। নতুন বছৰ।

নতুন মাহ। দিনো নতুন। মুনিহ-তিৰুতা সকলোৱে গা-মূৰ ধুই নতুন কাপোৰ-কানি পিন্ধি নতুন হৈ উঠিছে। গৰু-ম'হবোৰৰ গা ধুৱাই দিয়াত সিহঁতো নতুন যেন হৈছে। প্ৰকৃতি দেৱীও নতুন হৈ ওলাইছে। খেতি-পথাৰলৈ চোৱাঁ, সিহঁতো কোমল নতুন শস্যেৰে পৰিপূৰ্ণ। যিপিনেই চোৱা যায় সেই পিনেই নতুন দেখা যায়।

প্যাৰি গাঁৱৰ প্ৰায় ২০ মাইল মান পছিমে কছাৰী গাঁও। তাতো বিহুৰ ধ্বনি বাজি উঠিছে। ছুপৰীয়া বাৰ মান বজাত মুনিহ-তিৰুতা সকলোৱে সিহঁতৰ ঘৰুৱা উপাস্য দেৱ-দেৱীৰ পূজা আদি কৰি সুৰা-দেৱীৰ পূজা কৰিছে। বুঢ়া-বুঢ়ী, ডেকা-ডেকেৰী, লৰা-ছোৱালী সকলোৱে সুৰা-দেৱীৰ নিৰ্ম্মালি লৈছে আৰু লগে লগে মতলীয়া হৈ উঠিছে। কিছুমানে মাদল বজাইছে, কোনোৱেবা বাঁহীত ফু দিছে। কোনোৱে বা তাল বজাইছে, কোনোৱে হিছুৰ গীত গাইছে, কিছুমানে তালৰ ছেৱে ছেৱে ঘূৰি ঘূৰি নাচিছে। সকলো আনন্দতে মতলীয়া। সিহঁতে মনতে আনন্দৰ বজাৰ পাতিছে। সকলো ফালে ধুম্ ধাম্ পৰি গৈছে। ডেকা-ডেকেৰীবোৰে লাহে লাহে বাহিৰলৈ ওলাই গৈছে আৰু জুমে জুমে গীত গাইছে, হাঁহিছে; নাচিছে; ছেৱে ছেৱে নিজ প্ৰণয়িনীক ডেকাবোৰে ছুটি এটি চুমা দিছে।



সকলো আনন্দতে বিভোৰ আৰু আপোন-পাহৰা হৈ উঠিছে।

ধনীৰামেও নিজৰ ঘৰলৈ আহি ৰঙালী বিহুত যোগদান দিব বুলি ভাবি আগদিনাখন মৌজাদাৰ হাকিমৰ ওচৰত অনুমতি ললে। আহিবৰ সময়ত মৌজাদাৰে ধনীৰামক ভিতৰলৈ মাতি নি কলে—"বোপাই ধনী! কাইলৈ অৱশ্যে মহোৎসৱৰ দিন; তুমিও ঘৰলৈ যাবলৈ ওলালা। তোমাৰ ভনীয়েৰা আৰু মাৰাও তোমাৰ নিমিত্তে পগলা। কিন্তু ধনী, তুমিতো নিজেই জানা—কছাৰী গাঁৱত কিমান টকা বাকী আছে। সিহঁতক নানা ৰকম তাগিদ কৰিলেও হঠাৎ টকা আদায় নহয়; বিশেষতঃ সিহঁত ক'ত থাকে, ক'ত খাই একো নীমা সীমা নাই। কিন্তু কাইলৈ সকলো মানুহ চাৰিও কালৰপৰা আহি বিহুত গোট খাব। যদি এই সুযোগতে সিহঁতৰ গাঁওবুঢ়াৰ সহায় লোৱা হয়, তেন্তে বাকী খাজানা আদায় কৰিবৰ সুবিধা হব। এতেকে তুমি আজি ঘৰলৈ যাব নালাগে; কাইলৈ তুমি ভাটীবেলা কছাৰী গাঁৱলৈ যাবা আৰু গাঁওবুঢ়াক লগ ধৰি যি পাৰা কৰিবা।"

ধনী নিমাত। তেওঁ মৌজাদাৰৰ কথাবোৰ শুনি ভাবি-চিন্তি ঘৰলৈ নোযোৱাকে ঠিক কৰিলে। ধনীৰামে মৌজাদাৰৰ ঘৰতে হৰেনৰ লগত বিহুৰ আনন্দ উপভোগ

কৰিলে । ভাটী-বেলা দুই মান বজাত ধোঁৱাত উঠি ধনীৰাম কছাৰী গাঁৱলৈ গ'ল । তাত গাঁওবুঢ়া আদি গাঁৱৰ মুখিয়াল মানুহবোৰক বিচাৰ কৰি দেখিলে যে সিহঁত কেও ঘৰত নাই; সকলোৱে বিহুৰ উৎসৱত যোগ দিছেগৈ । ধনীয়ে বহুবেলি ভাবি চিন্তি থাকি উপায়ান্তৰ নেদেখি মহোৎসৱৰ ঠাইলৈকে খোজ ললে । তাত গৈ দেখে যে সকলো মতলীয়া হৈ কেৱল গীত গাইছে, নাচিছে আৰু হাঁহিছে । যোৱা মাত্ৰকে ধনীৰামক গাঁওবুঢ়া জনে চিনি পালে আৰু লৰা-ঢপৰাকৈ বহিবৰ নিমিত্তে এখন আসন পাৰি দিলে । ধনীৰাম বহিলত গাঁওবুঢ়া জনে তামোলছালি দুখনমান দিলে। এনেতে এজনী প্ৰায় যোল বছৰীয়া গাভৰুৱে এবাটি লাওপানী (এই বিধ মদ কছাৰীহঁতে ভাৰতৰপৰা নিজে তৈয়াৰ কৰে) আনি ধনীৰ মুখৰ আগত দাঙি ধৰিলেহি । ধনীয়ে কি কৰিব একো ভাবি নাপাই বাটিটো ছোৱালীজনীৰ হাতৰপৰা কাঢ়ি লৈ দূৰলৈ দলি মাৰি দিলে । কছাৰীহঁতে এই অপমান-বোধক কাৰ্য্য দেখি বুঢ়া -বুঢ়ী, ডেকা-ডেকেৰী, লৰা-ছোৱালী সকলোৱে ধনীৰামক বেঢ়ি ধৰিলে আৰু বটলে বটলে ধনীৰ মূৰত ফটিকা ঢালিবলৈ ধৰিলে । ধনীয়ে ভত নাপাই তাৰপৰা ৰক্ষা পাবলৈ আজোৰ-পিজোৰ কৰিবলৈ ধৰাত কিছুমানে কিল-ভুকুও মাৰিলে। বটলবোৰ ভাগি খণ্ড খণ্ড হ'ল । বটলৰ আঘাতত ধনীৰ নাক মুখ, হাত-ভৰি ক্ষতবিক্ষত হ'ল । ধনীয়ে আৰু সহ্য কৰিবলৈ নোৱাৰাত পৰিল। শেষত অচেতন হৈ মাটিত দীঘল হৈ পৰি গ'ল । এনেতে দূৰৰপৰা এজনী গাভৰু কঁকালত কাপোৰ বান্ধি হাতত এখন দীঘল দা লৈ ভয়ঙ্কৰ মূৰ্ত্তি ধৰি সেই ঠাইলৈ লৰি অহা দেখা গ'ল । কছাৰীহঁত ৰণচণ্ডী সাক্ষাৎ ৺কালীমূৰ্ত্তি দেখি দিহাদিহি পলাল। গাভৰুজনীয়ে দেখিলে যে ধনী অচেতন হৈ পৰিছে। লৰালৰিকৈ ওচৰৰ কলহী নদীখনলৈ গৈ কাপোৰ এখন ভিজাই আনি ধনীৰ চকু-মুখত পানী দিলে আৰু ঘাবোৰ ধুলে। ঘাবোৰ ধুই উঠিল, তথাপি ধনীৰ ভত নাই। গাভৰুজনী বহি পৰিল আৰু ধনীৰ মূৰটো কোলাত লৈ কাপোৰৰ আঁচলেৰে বিছিব ধৰিলে। সাবিত্ৰীয়ে সত্যৱানক কোলাত লৈ যেন যম ৰজাৰ ওচৰত সত্যৱানৰ প্ৰাণ ভিক্ষা মাগিছে ! লাহে লাহে ধনীৰ জ্ঞান হ'ল। যুৱতীজনীয়ে পাৰেমানে ধনীৰ যতন লৈছে। ধনীয়ে লাহে লাহে মূৰ দাঙি চকু মেলি চাই দেখে যে এজনী ছোৱালীয়ে তেওঁৰ যতন লৈছে। যুৱতীজনীক যেন ধনীয়ে চিনি পায়, কিন্তু মাতোঁ মাতোঁ বুলি মাতিবলৈ সাহ হোৱা নাই। অৱশেষত মাত লগালে— “লীলা !” আকৌ মূৰ্চ্ছা গ'ল । লীলাই ধনীক আকৌ শুশ্ৰূষা কৰিবলৈ ধৰিলে । ধনীয়ে অলপ বেলিৰ মূৰত

চেতনা পাই আকৌ কলে—“লীলা ! তুমি ইয়াত কেলেই ?” লীলা লাজতে তলমূৰ হৈ থাকিল, কোনো উত্তৰ নিদিলে। অলপ পৰ তলমূৰ হৈ ভাবি-চিন্তি থাকি “আপুনি ঘৰলৈ যাওকগৈ ; এতিয়া বিদায় হে” বুলি লীলা দ্রুতবেগে কেনিবা গুচি গ'ল। ধনী অবাক হ'ল। বতাহত শুনিবলৈ পালে—‘এতিয়া বিদায় হে’। গছ লতা সকলোৱে কলে ‘এতিয়া বিদায় হে।’ ওচৰত থকা পৰ্ব্বত-পাহাৰত প্ৰতিধ্বনিত হ'ল—‘এতিয়া বিদায় হে।’ কলহী নদীয়ে কুলু কুলু সুৰে গান গালে ‘এতিয়া বিদায় হে।’ পশু-পক্ষী-সকলেও কলে—‘এতিয়া বিদায় হে।’ সকলোপিনেই প্ৰতিধ্বনিত হ'ল—‘এতিয়া বিদায় হে।’

এয়ে জানো শেষ বিদায় ?

---

# দশম আধ্যা

## সুখতে দুখ

শনিৰাম সদায় জহকালিৰ বন্ধত ঘৰলৈ আহে আৰু তিনিও ভাই-ভনী লগ লাগি আনন্দেৰে বন্ধৰ দিন কেইটি কটাই আকৌ বন্ধৰ শেষত নিজৰ কৰ্ত্তব্য স্থানলৈ যায়গৈ। আজিৰপৰা শনিৰামৰ স্কুল জহকালিৰ নিমিত্তে ৩৩ দিন বন্ধ হব। তেওঁ আজি দুইমান বজাত ঘৰ পাবহি। ধনী আৰু হৰেন দুয়ো শনি আহিব বুলি ভাবি ৰাতিপুৱাই মুলি গাঁৱৰ পৰা প্যাৰি গাঁৱলৈ আহিছে। তেওঁলোকৰ মনত ইচ্ছা, শনি আহিলে ধেমালি কৰিবৰ এজন উপযুক্ত লগৰীয়া পাব। সদৰৰ নানা কথা শিকিব পাৰিব, নানা ৰকম খেলা কৰিব পাৰিব ইত্যাদি। ধনী আৰু হৰেন আনন্দতে বিভোল হৈ শনিলৈ বাটচাই আছে। আন বেলিৰ হিচাপ মতে ২।৩ বজাত শনিৰাম ঘৰ পায়হি ; কিন্তু আজি ৪ বাজি গ'ল, তথাপি শনি নাই। লাহে লাহে ৫ বাজিল, ছ বাজিল ; তথাপি শনিৰ দেখাদেখি নাই। দুখুৱে শনিৰ নিমিত্তে গাখীৰ পগাই থৈছে, জয়মতীয়ে ফুলৰ মালাৰে শনি থকা কোঠালীটো সজাই থৈছে ; তথাপি শনিৰামৰ দেখাদেখি নাই। শনি ইমান বেলি নহা

দেখি সকলোৰে মনত উগুল-থুগুল লাগিল।

ৰাতি ৯ মান বাজিছে, এনেতে এখন ঘোঁৰাৰ গাড়ী ধনীহঁতৰ পদূলিমুখত উপস্থিত হ'লহি। গাৰোৱান জনে "ধনী বাবু, ধনী বাবু" বুলি মাতিবলৈ ধৰিলে। ধনী আৰু হৰেন লৰি গৈ দেখে যে গাড়ীৰ ভিতৰত এজন ডেকাই মূৰত কাপোৰ-কানি বান্ধি কেকাই পৰি আছে। ধনীয়ে কাপোৰ কানি গুচাই দেখে যে শনিৰাম জ্বৰতে অস্থিৰ। শৰীৰত তত নাই; কেৱল মাজে সময়ে "পানী, পানী" বুলি কেকাইছে। ধনী আৰু হৰেন শনিৰ এই অৱস্থা দেখি অবাক। দুয়ো ধৰাধৰিকৈ শনিক গাড়ীৰ পৰা বাহিৰলৈ আনি ঘৰলৈ লৈ গ'ল। দুখু আৰু জয়মতীয়ে কান্দোনৰ ৰোল তুলিলে। ধনী আৰু হৰেনে লৰালৰিকৈ এজন কবিৰাজ মতাই আনি জ্বৰৰ যথাযোগ্য তত্ত্বাবধান লবলৈ ধৰিলে। শনিৰ ভয়ানক সন্নিপাত জ্বৰ—ক্ষণে মূৰ্চ্ছা, ক্ষণে ভাল। দুখু আৰু জয়মতীয়ে ঘৰৰ চুকত বহি কান্দিব ধৰিলে।

ধনী আৰু হৰেনৰ গাত ত'ত নাই। ঘণ্টাই ঘণ্টাই শনিক ঔষধ খুৱাইছে, তপত পানী কৰি ভৰি-হাত ধুৱাই দিছে—লোণৰ টোপোলা কৰি ভৰি-হাত সেকিছে; ঢাৰি-পাটী সলাই দিছে। ৰাতি দুইমান বাজিছে, এনেতে শনিৰ গা শীতল পৰিল। শনিয়ে পানী খুজিবলৈ ধৰিলে। তেতিয়াহে ধনী আৰু হৰেনৰ মনত অলপ ভাল লাগিল।



শনি লাহে লাহে ভাল হ'ল। ধনী আৰু হৰেন নিজ নিজ কৰ্ত্তব্য-স্থানলৈ গুচি গ'ল আৰু নিজ নিজ কৰ্ত্তব্য কাম বং মনেৰে কৰিব ধৰিলেগৈ।

ধনী আৰু হৰেন দুয়ো সমান বয়সীয়া। দুয়ো নলে-গলে লগা বন্ধু। সিহঁতৰ পৰস্পৰৰ ভিতৰত বৰ সদ্ভাব আছিল। দুয়ো লগ লাগিলে এখন্তেকো এৰা-এৰি নাই। দুয়ো একেলগে বহে, দুয়ো একেলগে খায়, দুয়ো একেলগে শোৱে, একেলগে ফুৰে। ধনীয়ে যেনেকৈ শনিক চেনেহ কৰে তেনেকৈ হৰেনেও শনিক নিজৰ ভাই যেন দেখে। যেতিয়া ধনীৰাম ঘৰলৈ আহিব নোৱাৰে তেতিয়া হৰেনে নিজে প্যাৰি গাঁৱলৈ আহি ধনীৰ ঘৰৰ শুভাশুভ খবৰ লৈ যায় হি। শনি জ্বৰ হৈ পৰি থকা সময়ত এদিন বা ধনী, এদিন বা হৰেন শনিৰ ওচৰলৈ আহে আৰু খবৰ বাতৰি আদি লয়। ইয়াৰ ভিতৰতে হৰেন আৰু জয়মতীৰ বিশেষ দেখা সাক্ষাৎ আৰু চিনা-পৰিচয় হ'ল।

জহ-কালিৰ বন্ধও শেষ হ'ল, শনিয়েও সম্পূৰ্ণকৈ আৰোগ্য লাভ কৰিলে। শনিৰামে সদৰলৈ যাবৰ দিন-বাৰ ঠিক কৰিলে। হৰেন আৰু ধনীৰাম প্যাৰি গাঁৱলৈ আহি শনি যোৱাৰ আগদিনা একেলগে খাই-বৈ ৰং ধেমালি কৰি সময় কটালে। গধূলি ছয় মান বজাত শনিৰামে সদৰলৈ যাত্ৰা কৰিলে। ধনীৰামে হৰেনক ঘৰলৈ যাব নিদিলে; দুয়ো একেলগে খাই-লৈ ৰং-ধেমালি

কৰি থাকিল। তেওঁলোক দুয়ো আগেয়ে একেলগে শুইছিল, কিন্তু আজি বিশেষ অসুবিধাত পৰি হৰেনৰ নিমিত্তে বেলেগ বিছনা কৰি দিয়া হ'ল। হৰেন শোৱা কোঠালীত সোমালগৈ।

এই কোঠালীটো সৰু হলেও নানা ৰকম ধুনীয়া বস্তুৰে সুসজ্জিত। বেৰৰ চাৰিও ফালে নানা তৰহৰ ছবি, ফটো, উলসুতাৰে কাম কৰা নানা ৰকম ছবি আঁৰি থোৱা হৈছে। কোঠালীটোৰ এফালে এখন সুন্দৰ ছালপিৰা চিত্ৰবিচিত্ৰ কাপোৰেৰে ঢাকি থৈছে। ধুনীয়া গাৰু দুটা যথাস্থানত ৰখা হৈছে। বিছনাৰ ওচৰতে এখন মেজ পতা আছে। সিওখন চিত্ৰবিচিত্ৰ কাপোৰেৰে ঢকা। তাৰ ওপৰত ৰঙা বগা সুগন্ধি ফুলৰ ফুলদানি ৰখা হৈছে। তাৰ কাষতে মম-বাতি জ্বলি আছে। বিছনাৰ ওপৰত ধুনীয়া আঁঠুৱা টানি থোৱা হৈছে। কোঠালীটো সুগন্ধেৰে পৰিপূৰ্ণ। হৰেনে কোঠালীত সোমায়েই বেৰৰ চাৰিওফালে চাবলৈ ধৰিলে। মন-প্ৰাণ নাচি উঠিল। লাহেকৈ বিছনাত উঠি বহিল আৰু খিড়িকীখন মেলি দিলে। দেখে যে সমুখতে এখনি সৰু সুন্দৰ বাগিচা। শেৱালী, মালতী, গোলাপ, বকুল ইত্যাদি নানা তৰহৰ ফুলেৰে ভৰা। সিহঁতে মুখত ফুলি থকা ফুল কেইটি লৈ বতাহতে হালি জালি সকলো পিনে সৌৰভ বিলাইছে। তাতে আকৌ জোন



বাইৰ সুন্দৰ ফট্‌ফটীয়া ফৰিংফুটা পোহৰত বাগিচাখন টল্‌বল্‌ কৰিছে—যেন নন্দন-কাননহে। হৰেনে অলপ সময় বাগিচা খনিৰ ফালে মুখকৈ বহি কিবাকিবি ভাবিলে। কি ভাবিলে? কোনে কব? তেওঁ কেৱল ভাবিছে। অলপ বেলিৰ পিচত লাহেকৈ উঠি আঁঠুৱাখন পেলাই দিলে আৰু মম-বাতিডাল নুমুৱাই শুই থাকিল। তেওঁ বহুবেলি টোপনি অহাবৰ নিমিত্তে চেষ্টা কৰিলে, কিন্তু কোনোমতে টোপনি নাহিল! শোৱা-পাটী কাঁইট যেন লাগিল, বিছনাত পৰি চট্‌ফট্‌ কৰিবলৈ ধৰিলে। শেহত তেওঁৰ অলপ তন্দ্ৰা লাগিল আৰু সপোন দেখিলে—যেন জয়মতীয়ে তেওঁৰ বিছনাত বহি কথা-বাৰ্ত্তা কৈছেহি আৰু মাজে মাজে এটি দুটি মিচিকিয়া হাঁহি মাৰি মনৰ আবেগ জনাইছে; হৰেনেও যেন আনন্দতে পুলকিত হৈ জয়মতীৰ গালত এটি দুটি চুমা খাই তাৰ প্ৰতিদান দিছে।

সিফালে জয়মতীয়ে নিজৰ শোৱা-কোঠালীৰপৰা ওলাই হৰেন থকা কোঠালীলৈ খোজ ললে! এখোজ-দুখোজকৈ হাতত-সাৰে ভৰিতসাৰে জয়মতী হৰেনৰ কোঠালীত সোমালগৈ আৰু লাহেকৈ মম-বাতিডাল জ্বলালে। হৰেনে মানুহৰ ভৰিৰ শব্দৰ গম পাই হঠাৎ উচপ্‌খাই উঠি কলে "কোন?" কোনো উত্তৰ নাই। হৰেন আকৌ সেই পিনে তন্দ্ৰাভিভূত হ'ল। জয়মতী লাহে লাহে হৰেনৰ পাটীৰ ওচৰলৈ গৈ ওচ-

ৰতে থকা মুঢ়া এটাত বহিলগৈ। অলপ পিচতে হৰেন সাৰ পাই এই বেলি উঠি বহিল। আঁঠুৰা খন দাঙি দেখে যে জয়মতী মনে মনে তেওঁৰ ফালে চকু দি বহি আছে। হৰেন অবাক্! নিজে নিজে মনতে কবলৈ ধৰিলে—জয়মতী! এই ৰাতি কেলেই ইয়ালৈ আহিল? ই যে লোকৰ ঘৰ; এই কথা ধনীৰামে জানিব পাৰিলে মহা বিপদ। অৱশেহত হৰেনে মাত দিলে "জয়মতী!" জয়মতী নিমাত। লাজতে তলমূৰ হ'ল; একো উত্তৰ নিদিলে।

হৰেনে আকৌ সুধিলে—"জয়া। এই ডুপৰ ৰাতি তুমি ইয়ালৈ কেলেই আহিছা?"

জয়মতীয়ে তলমূৰ হৈ বহুত ভাবিলে—উত্তৰ নিদিম, ইয়ালৈ অহাৰ কোনো কাম নহ'ল; উত্তৰ দিবলৈ লাজ লাগে। জয়মতী বিমোৰত পৰিল। শেহত উত্তৰ নিদি নোৱাৰিলে। কোমল সুৰেৰে কবলৈ ধৰিলে—"মই আপোনাক চাবৰ নিমিত্তেই আহিছোঁ।" জয়মতীৰ চকুত চকু-লোৱে দেখা দিলে। হৰেনে দেখি কলে—"তুমি কান্দিছা কেলেই?" লৰালৰিকৈ চকু-লো মচি জয়মতীয়ে কলে—"আপোনাক সিদিনাখন পুখুৰী পাৰত দেখিবৰে পৰা মোৰ মন বেয়া লাগিছে; মন উৰুঙা উৰুঙা যেন লাগিছে; মনত অলপো সুখ-শান্তি নাই। আপোনাক সদায় দেখি থাকিবৰ আৰু আপো-



নাৰ লগত কথা পাতিবৰ মন যায়, কিন্তু কোনো সুবিধা নাপাওঁ। আজি যেন বিধি এই অবলাৰ প্ৰতি সুপ্ৰসন্ন হ'ল। সেই হেৰোৱা ধন হাততে পালোঁ। আপুনি মোক—" জয়মতীৰ মাত বন্ধ হ'ল, আৰু একো কব নোৱাৰিলে। চকুলোৰে গাল ডুখনি তিতি গ'ল। জয়মতীৰ কথা শুনি হৰেন অবাক্! কি কৰিব, কি নকৰিব উপায় বিচাৰিবলৈ ধৰিলে। ইপিনে লোকৰ ঘৰ! লোকৰ ছোৱালী এজনীৰ লগত কথা কবৰো সাহ নহয়। ভাবিলে ইয়াৰ পৰা জয়মতীক যাবলৈ কওঁ। নিৰ্দ্দয় হৰেন! তোমাৰ হৃদয় পাষাণ-তুল্য। হৰেনৰ অন্তৰ কঁপি উঠিল।

---

# একাদশ আধ্যা

## শুভ মিলন

চেনিৰাম মৌজাদাৰ প্যাৰি গাঁৱলৈ এদিনো যোৱা নাই। তেওঁ এদিন ধনীৰ লগত গৈ দুখুৰ আগত হৰেনৰ লগত জয়মতীৰ বিয়াৰ প্ৰস্তাৱ কৰিছিল। দুখু মান্তি নহ'ল। মৌজাদাৰ হাকিমৰ প্ৰৱল ইচ্ছা জয়মতীৰ লগত হৰেনৰ বিয়া পতা, কিন্তু হয় কেনেকৈ? তেওঁ আকৌ এদিন অকলে দুখুৰ ওচৰলৈ গ'ল। দুখুৱে পাৰ্য্যমানে তেওঁক আদৰ সম্ভাষণ কৰিলে। কথাই কথাই হৰেন আৰু জয়মতীৰ বিয়াৰ কথা ওলাল; মৌজাদাৰৰো কথা পতাৰ সেয়ে উদ্দেশ্য। মৌজাদাৰে দুখুক নানা ৰকম কথা কৈ বুজালে। প্ৰথমতে দুখুৱে উত্তৰ নিদিলে। দুখু উভয় সঙ্কটত পৰিল। ইপিনে নিজৰ পুতেক ধনীৰাম মৌজাদাৰৰ যত্ন আৰু অনুগ্ৰহতে ডাঙৰ-দীঘল হৈছে। আন পিনে জয়মতীৰ যৌৱন কাল পাৰ হয়; বিয়া দিবৰ উপযুক্ত সময় হৈছে। বিয়া নিদিলেও লোকনিন্দা মহাভয়। কোনো সৎপাত্ৰ এতিয়াও পোৱা নাই। আকৌ মৌজাদাৰ হাকিমৰ এইবাৰ দ্বিতীয় অনুৰোধ। প্ৰথম বাৰ দুখু তেওঁৰ



কথাত মান্তি নহ'ল। কিন্তু এইবাৰ তেওঁৰ বিৰুদ্ধে চলিলে হয়তো তেওঁ ধনীৰ কিবা অনিষ্ট কৰিব পাৰে। সেই বাবে দুখু ভাবি-চিন্তি অস্থিৰ; একো উপায় পোৱা নাছিল। শেষত উপায়ান্তৰ নেদেখি মৌজাদাৰৰ কথাত মান্তি হ'ল। ফাগুন মাহত শুভক্ষণত জয়মতী আৰু হৰেনৰ বিয়া মহাসমাৰোহে হৈ গ'ল। হৰেন আৰু জয়মতীৰ শুভ মিলন হ'ল। দুয়োৰো অন্তৰ বিমল আনন্দেৰে পৰিপুৰ্ণ হ'ল। কিন্তু মানুহে পাতে, ঈশ্বৰে ভাঙে। হৰেন আৰু জয়মতীৰ সেই বিমল আনন্দ বেছি দিন নাথাকিল। মৌজাদাৰ হাকিমে হেনো এদিন দুখুৰ হাতত কিবা অপমান পাইছিল। এতিয়া দুখুৰ কন্যা জয়মীতক হাতত পাই তেওঁৰ সেই পূৰ্ব্ব দ্বেষ জ্বলি উঠিল; তাৰ প্ৰতিশোধ লবৰ নিমিত্তে হাকিম দৃঢ় প্ৰতিজ্ঞ হ'ল। বিয়াৰ পিচত জয়মতীক আৰু দুখুৰ ঘৰলৈ যাব নিদিলে। গাঁৱৰ জনা-বুজা মানুহবোৰে মৌজাদাৰ হাকিমক ইমান বৰাই-বুজাই কলে, তথাপি তেওঁ দুখু বিধৱাৰ প্ৰতি কোপ নেৰিলে। সেই বাবে দুখুৰ দুখ আকৌ বাঢ়ি উঠিল। জয়মতী দুখুৰ পেট-মোচা, বৰ আদৰৰ ছোৱালী। জয়মতীৰ দুখ দেখি দুখুৰ বুকু ফাটি গ'ল। তেওঁ চকু-লোৰে বাট নেদেখা হ'ল।

———

# দ্বাদশ আধ্যা

## বিধি বিপৰীত

চম্পাৰ মাকে পদ্মাৰ মাকক কলে "আই! আজি দেখোন কেদিনমানৰ পৰা লীলা আমাৰ এই ফালে অহা নাই; কাৰণ কি?" পদ্মাৰ মাকে উত্তৰ দিলে "এৰা, লীলা আজি কেদিনমান এইফালে অহা নাইতো। মই আজি দুপৰীয়া পদ্মাক সুধিছিলোঁ। তাই কলে লীলাৰ হেনো কিবা অসুখ হৈছে।"

নহয় আই! ময়ো সিদিনা সিহঁতৰ তালৈ গৈছিলোঁ; দেখিলোঁ লীলাই ঘৰৰ কাম-কাজ কৰি আছে, ক'তা অসুখ-বিসুখৰ তো একো সন্দেহ নাপালোঁ! আগেয়ে মই তালৈ গলে তাই মোৰ ওচৰলৈ আহি হাঁহি-মাতি কথা-বতৰা পাতে, চম্পাহঁতৰ খবৰ সোধে, তামোল-ছালিও দিয়েহি। কিন্তু সিদিনা হলে তাই মোৰ ওচৰলৈকে নাহিল।

বাৰু, আজি পদ্মাহঁত আহিলে সখীয়েকৰ কথা সুধিম।

দুয়োজনী বুঢ়ীয়ে তাৰ পাছত আন কথা পাতিলে। তাৰ লগে লগে কাৰ বোৱাৰীয়ে কি কৰে, কোনে কেই মুঠি চাউলৰ ভাত খায়, কোন আজি



পলাই গ'ল, কোনে কাক মাৰিলে, ইত্যাদি নানা ৰহস্যৰ কথাৰ নদী বব ধৰিলে। এনেতে লীলাহঁতৰ বুঢ়ী বান্দী-জনী দুয়োৰো মাজত উপস্থিত হ'লহি। বুঢ়ীজনীক দেখি পদ্মাৰ মাকে কলে—"কি অ বাই, আজিনো কলৈ আহিলি?"

—তোমালোকৰ ফালেই ওলাই আহিঁছো আইদেও।

—তহঁতৰনো লীলা কলৈ গৈছে? আজি কেবা-দিনো আমাৰ ফালে অহা নাই কিয়?

—এ আইটি, নকবা দেও। তাই দেখোঁ আজি কেদিনমানৰপৰা সদায় কিবাকিবি ভাবি থাকে। ভাত-পানীতো সিমান ৰতি নাই। দিনে দিনে শুকাই খীণাই যাব ধৰিছে। মই অসুখ-বিসুখৰ কথা সুধিলেও দেখোঁ তাই একো হোৱা নাই বুলি কয়; কি হৈছে কেনেকৈ কম আইদেও সকল?

এইবোৰ কথা-বতৰা হৈ থাকোঁতে ওচৰ-চুবুৰীয়া হৰিমতীৰ আৰু অহল্যাৰ মাকো তাত উপস্থিত হ'লহি। কথাবোৰ শুনি হৰিমতীৰ মাকে কলে, "নহয়, পদ্মাৰ মাক! আজি গ'ল ৰাতি দেখোঁ আমাৰ হৰিমতীয়ে কলে, লীলাৰ বিয়া বোলে অলপতে মৌজাদাৰৰ ঘৰত থকা বিষয়াজনৰ লগত হব।

এনেতে ৰঘুনাথ গাঁওবুঢ়া কিবা বিচাৰি পদ্মাহঁতৰ ঘৰলৈ আহিল। বুঢ়ী কেইজনীয়ে ইমুখ-সিমুখকৈ এজনী এজনীকৈ উঠি গ'ল।

আজি দুৰ্গাপূজা। আজি বুঢ়া-বুঢ়ী, ডেকা-ডেকেৰী, লৰা-ছোৱালী সকলোৱে নতুন নতুন কাপোৰ-কানি পিন্ধি পূজা চাবলৈ ওলাইছে। ৰাতিপুৰা পদ্মা, চম্পা, হৰিমতী, অহল্যা আদি সখী-সকলৰ লগত লীলাৱতীও নিজৰাৰ্লৈ গা ধুবলৈ গৈছিল। সকলোৱে ৰং-ধেমালি কৰি গা-মূৰ ধুলে, কিন্তু আমাৰ লীলাৰ গা-ধোৱা নহ'ল। তাই এটা শিলৰ ওপৰত বহি কিবা আদি অন্ত নোহোৱাকৈ ভাবিবলৈ ধৰিলেগৈ।

লগৰীয়া সখীসকলে গা-ধুবলৈ তাইক কিমান কাবৌ-মিনতি কৰিলে, কিন্তু লীলা অচল অটল। কোনোমতে লীলাক আনিব নোৱাৰি আন আন সখীসকল গা-মূৰ ধুই ঘৰলৈ আহিল আৰু ভাটীবেলা সকলো লগলাগি পূজা চাবলৈ গ'ল। কিন্তু আজি সখীসকলৰ মাজত লীলা নাই—সেই মনোমোহিনী হাঁহিভৰা মুখে সৈতে লীলা নাই। সেই নিমিত্তেই সখীসকলৰ মাজত আজি বেছি ৰং-ধেমালি নাই, সকলোৰে মুখ মলিন, যৌৱন-ভৰা মিচিকিয়া হাঁহি নাই।

ইপিনে শিলৰ ওপৰত লীলাৱতী ভাবনা-সাগৰত তল গ'ল; আন পিনে দৃষ্টি নাই, কেৱল নিজৰাৰ ফালে চকুযুৰি পাতি কেৱল ভাবিলে। কি ভাবিলে?—সেই ধনী। মাজে-সময়ে দীঘল হুমুনিয়াহ কাঢ়িলে আৰু চকুলো মচিলে। চকু-লোৰে গাল দুখনি তিতি গ'ল।



শিলৰ ওপৰত টোপা টোপে পৰি শিলটোও তিতি গ'ল। তথাপি লীলাই ভাবিলে; ভাবনাৰ পাৰ নাপালে।

দুপৰীয়া প্ৰায় বাৰ বজাত ধনীৰাম গাঁৱৰ ফালৰ পৰা ঘোঁৰাত উঠি সেই বাটেদি আহিছিল। বাটতে পিয়াহ লগাত গছ এজোপাত ঘোঁৰাটো বান্ধি থৈ পানী খাবৰ আশাৰে নিজৰাৰ ফালে খোজ ললে; দুখোজমান গৈয়ে ধনীৰ চকু থিৰ হ'ল—শিলৰ ওপৰত বহি থকা লীলাৰ ওপৰত দৃষ্টি পৰিল। ধনীয়ে লীলাক তৎক্ষণাৎ চিনি পালে, আৰু "লীলা" বুলি জাপ মাৰি লীলাৰ ওচৰতে থিয় হ'ল গৈ। লীলাই টোপনিৰপৰা সাৰ পালে, অপাৰ সমুদ্ৰৰ পাৰ পালে। "এ, কি ধনী!" এই বুলি লীলাই ধনীক সাৱট মাৰি ধৰিলে আৰু সেই ফালেই মূৰ্চ্ছা গ'ল। ধনীয়ে লাহেকৈ লীলাক বালিৰ ওপৰতে শুৱাই থৈ আঁজলি ভৰাই পানী আনি লীলাৰ মূৰত দিলে। অলপ বেলি তেনেকৈ থাকি লীলাক তাৰপৰা ঘোঁৰা বান্ধি থোৱা গছ জোপাৰ ছাঁলৈ নিলে। ধনীয়ে চেলেংখন ভিজাই আনি লীলাৰ মূৰত বান্ধি দিলে আৰু নিজে লীলাৰ মূৰটো কোলাত লৈ বিছিবলৈ ধৰিলে। কেই মিনিটমান পিচতে লীলাই জ্ঞান পালে—হুমুনিয়াহ কাঢ়িবলৈ ধৰিলে।

ধনী—অলপ ভাল পাইছানে?

লীলাৰ মুখত মাত নাই। সেইপিনে আকৌ চকু মুদিলে। ধনীয়ে আকৌ পানী দি বিছিবলৈ ধৰিলে। অলপ বেলিৰ পিচতে লীলাই সম্পূৰ্ণ জ্ঞান লাভ কৰিলে, কিন্তু উঠি বহিবলৈ এতিয়াও বল-শক্তি পোৱা নাই। লাহে লাহে কলে—"ধনী ! মই—"

ধনীয়ে বাধা দি কলে—"লীলা ! তুমি অলপো চিন্তা নকৰিবা, তুমি মোৰ কোলাতে শুইছা।"

লীলাই উচপ্ খাই উঠি ধনীৰ মুখলৈ চালে আৰু কলে—"মোক ইয়ালৈ কোনে আনিলে ?"

ধনী—তুমি ইয়ালৈ কিয় আহিলা তুমিহে জানা। তুমি মোক দেখি মূৰ্চ্ছা গৈ পৰিছিলা ; সেইদেখি তোমাক মই শিলৰ ওপৰৰ পৰা দাঙি ইয়ালৈ আনিছো। তোমাৰ কি হৈছে ? এতিয়া কেনে পাইছা ?

"মোৰ একো হোৱা নাই" বুলি কৈয়ে উঠি বহিল আৰু ধনীৰ পিনে ৰ-লাগি চাই থাকিল।

—তেন্তে তুমি ঘৰলৈ যোৱাঁগৈ, মই এতিয়া যাওঁহে।

ধনী যাবলৈ ওলাল।

"তুমি কলৈ যোৱা ?" এই বুলি লীলাই ভৰি দুখনত সাৱট মাৰি ধৰি কবলৈ ধৰিলে—"তুমি মোক অকলে এৰি যাব খুজিছা ? ময়ো তোমাৰ লগতে যাম।"

ধনীয়ে আজোৰ মাৰি লীলাৰ হাতৰপৰা ভৰি দুখন উদ্ধাৰ কৰিলে আৰু "তুমি ঘৰলৈ যোৱাঁগৈ মই যাওঁ"



এই বুলি কৈ তেওঁ ঘোৰাত উঠি ধোঁৱা মেলি দিলে।

লীলাই "ধনী" বুলি মাটিতে বহি পৰিল আৰু কান্দিবলৈ ধৰিলে। লীলাই আকাশ-পাতাল ভাবিবলৈ ধৰিলে। লীলাৰ আশা-ভৰসা সকলো বিফলে গল ! লীলাৰ বাপেক ৰঘুনাথে যে লীলাক ধনীৰামৰ লগত বিয়া নিদিয়ে, এই খবৰ লীলাই কেইদিনমান আগতে শুনিছিল। সেই কথা লীলাৰ মনত পৰিল—লীলাই হুক্‌হুক্‌কৈ কান্দিবলৈ ধৰিলে। লীলাই কেনেকৈ সিদিনা ধনীৰামক কাছাৰী-ইঁতৰ হাতৰ পৰা ৰক্ষা কৰিলে সেই কথা মনত পৰিল। লীলাই চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। কান্দি কান্দি পিন্ধা কাপোৰ কানি তিতাই পেলালে, তথাপি কান্দোনৰ অন্ত নাই। মাজে মাজে "ধনী, ধনী" বুলি হুমুনিয়াহ কাঢ়িলে আৰু কান্দিলে।

ভাটিবেলা প্ৰায় চাৰিমান বজাত লীলা লাহে লাহে উঠি ঘৰৰ ফালে খোজ ললে। ঘৰ পাই কাপোৰ-কানি পিন্ধি নিজৰ শোৱাকোঠালীত সোমালগৈ আৰু দুৱাৰ জপাই নিজৰ শোৱাপাটীৰ ওপৰত বহি ভাবিবলৈ ধৰিলে। কি ভাবিলে, আদি অন্ত নাই। একোবাৰ ভাবে, "ধনী মোৰ ভাগ্যত নঘটিল, তেন্তে এই জীৱন ৰাখোঁ কিয় ? ধনী বিনে এই জীৱনৰ কি কাজ আছে ? ধনীক পাবৰ নিমিত্তে ইমান ফান্দ পতিলোঁ, ইমান চেষ্টা কৰিলোঁ, তথাপি ধনীক নাপালোঁ। হে অগতিৰ গতি ! নিৰুপায়ৰ

উপায়! এই দুৰ্ব্বল হৃদয়ত বল দিয়া আজি এই জীৱন শেষ কৰোঁ।”

ৰাতি হ'ল। বুঢ়ী বান্দীজনীয়ে লীলাক কত কাবৌ-কাকুতি কৰিলে, তথাপি লীলা বাহিৰ ওলাই নাহিল। বাপেকে আহি লীলাক ভাত খাবলৈ মাতিলে, কিন্তু লীলা বাহিৰলৈ ওলাই নাহিল। বুঢ়ীজনীয়ে আৰু বাপেকে মনত দুখ কৰি ভাত-পানী খাই শুই থাকিল। ইপিনে লীলা ভাবনা সাগৰত পৰি কক্-বকাবলৈ ধৰিলে আৰু মাজে সময়ে নিজে নিজে কলে "হে প্ৰভু, অবলা বালাক বল দিয়া!"

পিছদিনা ৰাতিপুৱা বুঢ়ীজনী লীলাৰ শোৱা-কোঠালীৰ মুখলৈ গৈ "আইটি, উঠা, উঠা" বুলি দুৱাৰখনত হেঁচা দিলে। লীলাৰ মাত নাই। তাই নিজৰ কামত ধৰিলে। কাম শেষ হলত লীলা শুই নুঠা দেখি আকৌ তালৈ গৈ "আইটি, আইটি" বুলি বাৰে বাৰে মাতিবলৈ ধৰিলে। কিন্তু লীলাৰ পৰা কোনো উত্তৰ নাহিল। তাই গাৰ বলেৰে দুৱাৰত খুন্দিয়াবলৈ ধৰিলে; শেষত দুৱাৰ আপোনা-আপুনি মেল খালে। ঘৰত সোমাই দেখে, লীলা বিছনাত নাই, অথচ দুৱাৰ জপোৱা। তাই ইপিনে সিপিনে চাই দেখিলে যে এটা চুকৰ কোণত লীলাৱতী জৰী এডালত ওলমি আছে! লীলাৰ প্ৰাণপক্ষী ৰাতিতে উৰি গৈছে!! লীলা আৰু এই সংসাৰত নাই!!!

# ত্ৰয়োদশ আধ্যা

## অসভ্য জাতি

অসমৰ উত্তৰ সীমাত এটা দীঘল পৰ্ব্বতৰ শাৰী, যেন এধাৰি ফুলৰ মালা মাতৃ-ভূমিৰ কণ্ঠত চিৰকালৰ নিমিত্তে আঁৰি থৈছে। গোৱালপাৰাৰপৰা আৰম্ভ কৰি ভোট, আঁকা, ডফলা, মিৰি, মিছিমি, আবৰ আদি নানা ৰকমৰ অসভ্য জাতিৰ বাসস্থান পৰ্ব্বতবোৰ সদিয়ালৈকে লানি লাগি পৰি আছে। এই অসভ্য জাতিবোৰৰ বহুভাগ আজিকালি পৰ্ব্বতৰ নামনিত ভৈয়ামবোৰত বাস কৰিছেহি; কিছুমান আদি বাসস্থান পৰ্ব্বতৰ ওপৰতেই আছে। যিবিলাক ভৈয়ামলৈ আহিছে সিহঁতে প্ৰায়ে অসমীয়া মানুহৰ ৰীতি-নীতি মতে চলিব ধৰিছে আৰু লগে লগে অসমীয়া ভাষা শিকিবৰো চেষ্টা কৰিছে। সেই বাবে সেই ঠাইবোৰত ঠায়ে ঠায়ে চৰকাৰে পঢ়াশালি পাতি দিছে। যিবিলাক অসভ্য জাতি এতিয়াও পৰ্ব্বতৰ ওপৰতেই আছে, সিহঁতৰ আৰু ভৈয়ামৰবোৰৰ মাজত কোনো মিলা-প্ৰীতি নাই; পাৰিলে সিহঁতে ইহঁতক লগ পালে কাটি-মাৰি নগুৰ-নাস্তি কৰে। এনেকি, সিহঁত মাজে-সময়ে দল বান্ধি ভৈয়ামৰ ফালে নামি আহে আৰু ভৈয়ামৰ পৰা গৰু, ম'হ, ছাগলী আদি খেদি লৈ যায়হি। যদি তাত কোনোৱাই সিহঁতক বাধা দিয়ে তেন্তে তাকো

নানা ৰকম অত্যাচাৰ কৰি মাৰি পেলায়, নাইবা সিহঁতৰ ৰজাৰ ওচৰলৈ লৈ গৈ যথোচিত দণ্ড দিয়ে।

আজিকালি যে আমি জাকে জাকে ভোটবোৰ দেখোঁ, সেইবোৰ পৰ্ব্বতৰ নামনিৰ ভৈয়ামত থকা ভোটহে—সিহঁত পৰ্ব্বতৰ ওপৰত থকা আচল ভোট নহয়। সিহঁতে বৌদ্ধধৰ্ম্মী হলেও হিন্দু দেৱ দেৱীক সেৱ-পূজা কৰে আৰু মানি চলে। সেই নিমিত্তে সাধাৰণতঃ পুহ, মাঘ, এই দুমাহত ভোটবোৰ জাকে জাকে কামৰূপৰ প্ৰসিদ্ধ দেৱালয় ৺শ্ৰীশ্ৰীমাধৱ প্ৰভুৰ মন্দিৰলৈ আহে। সিহঁতে ৺শ্ৰীশ্ৰীমাধৱ প্ৰভুক ( চলন্ত ) অসংখ্য খোৱা-তেলৰ চাকিৰে পূজা কৰে আৰু বাং-বিংকৈ নুবুজা ভাষাৰে কিবা-কিবি মন্ত্ৰ উচ্চাৰণ কৰি মহাপ্ৰভুৰ আগত আঠু কাঢ়ি সেৱা কৰে। লগে লগে জলকীয়া, জাফ্ৰাং, কস্তুৰী আদি বস্তুবোৰ পূজোপসাৰ কৰি প্ৰভুৰ পাদপদ্মত অৰ্পণ কৰে। মহাপ্ৰভুৰ আগত সিহঁতৰ নম্ৰতা, সিহঁতৰ আকুল-ব্যাকুল ভাৱ, সিহঁতৰ ধীৰ-স্থিৰ-গভীৰ মূৰ্ত্তি আৰু সিহঁতৰ ভক্তিভাব দেখি কোনে কব সিহঁত অসভ্য জাতি? সিহঁত বৰ বলী। সিহঁতৰ বুদ্ধিও বৰ চোকা। সিহঁতে আজিকালি সিহঁতৰ দেশত তৈয়াৰি ভেৰাৰ নোমৰ ঠণ্ডা কাপোৰবোৰ ইয়ালৈ বেচিবলৈ আনে। সেই কাপোৰবোৰ বাস্তৱিকে বহুমূলীয়া। আজি-কালি কলৰ তৈয়াৰি কাপোৰতকৈ সেই কাপোৰবোৰ বেছি দিন টিকে। সেই কাপোৰবোৰৰ একোথনৰ দাম ৪।৫



টকাৰ পৰা আৰম্ভ কৰি ৪০।৫০ টকালৈ হব। এই দৰে সিহঁতে আজিকালি অসমৰ লগত বেহা-বেপাৰ চলাবলৈ ধৰিছে। সিহঁতে যে কেৱল কামৰূপৰ ৺শ্ৰীশ্ৰীমাধৱৰ মন্দিৰলৈহে আহে এনে নহয়, গুৱাহাটী, পলাশবাৰী, ছৰকীয়া, বৰপেটা আৰু আন আন ঠাইলৈয়ো সিহঁত অহা-যোৱা কৰে। কাজেই দেখা যায় যে ভোট আদি অসভ্য জাতিবোৰো এসময়ত অসমীয়া হৈ যাব, আৰু অসমীয়াৰ বল-বীৰ্য্য, শ্ৰীবৃদ্ধি কৰিব।

অসমৰ উত্তৰ-পূব কোণত আবৰ বুলি আন এটা অসভ্য জাতিৰ বাস। সিহঁতৰো কিছুমান ভৈয়ামত বাস কৰিছেহি আৰু কিছুমান পৰ্ব্বতৰ ওপৰৰ সিহঁতৰ আদি বাসস্থানতে আছে। পৰ্ব্বতত থকা আৰু নামনিত থকা আবৰবোৰৰ মাজত ঘোৰ বৈৰী ভাৱ—কোনো মিতিৰালি নাই। ছলে-বলে, কলে-কৌশলে সিহঁতে ইহঁতৰ অনিষ্ট কৰিবৰ নিমিত্তে চেষ্টা কৰে। সিহঁতে মাজে-সময়ে নামনিলৈ দল বান্ধি নামি আহে আৰু য'তে যি পায় গৰুটো, ম'হটো, ছাগলীটো তাকে লৈ যায়হি। কিন্তু আজিকালি চৰকাৰৰ তত্ত্বাৱধানত সিহঁত আৰু নামনিলৈ আহা টান হৈছে। সেই নিমিত্তেই পৰ্ব্বতীয়াহঁতে দাঁতিয়ালহঁতৰ ওপৰত জ্বলি উঠিছে। ইহঁতক পালেই যেন সিহঁতে একেবাৰে গ্ৰাস

কৰিব। মহামান্য ভাৰত চৰকাৰে এইবোৰ বৈৰীভাবৰ গম পাই যাতে দেশত অশান্তি নহৈ চিৰশান্তি স্থাপিত হয়, তাৰ নিমিত্তে প্ৰাণটাকি যত্ন কৰিছে আৰু তাৰ সুবন্দবস্তও কৰি দিছে। আৰু অসভ্য বৰ্ব্বৰহঁতৰ উপদ্ৰপৰপৰা হাত সাৰিবৰ নিমিত্তে অসম আৰু সিহঁতৰ স্বাধীন ৰাজ্যৰ মাজেদি সুন্দৰকৈ সীমা বহুৱাইছে। সেই সীমা ৰক্ষাৰ্থে সদিয়াত এজন ভাৰপ্ৰাপ্ত বিষয়া থাকে। তেওঁৰ অধীনত সদায় এটা ফৌজ ৰখা হয়। সেই ফৌজৰ সহায়েৰে ভাৰপ্ৰাপ্ত বিষয়াজনে সেই সীমা অটুট ৰাখি নিৰ্ব্বিঘ্নে দেশত শান্তি ৰক্ষা কৰি আছে। হঠাৎ কিবা গোলমাল উপস্থিত হলে তেখেতে তৎক্ষণাৎ অসম গবৰ্ণমেন্টক জনায়। গবৰ্ণমেন্টেও তেখেতক সময়োচিত যথেষ্ট সাহায্য কৰে।

ইং ১৯১১ চনৰ শেষ ভাগত এই সীমা লৈ এটা ডাঙৰ গণ্ডগোল হয়। তেতিয়াৰ ভাৰপ্ৰাপ্ত বিষয়া মিঃ উইল্ চন্ এদিন কেজনমান শৰীৰ-ৰক্ষক লগত লৈ সেই সীমা পৰীক্ষা কৰিবলৈ যায়। কিন্তু মিঃ উইল্ চন্ সিদিনা কি কুক্ষণত বঙলাৰ পৰা ৰাহিৰ হৈছিল, সিদিনা অসম মাতৃ-ভূমিৰ ভাগ্যত কি লিখা আছিল, সিদিনা অসমৰ অসমীয়া ৰাইজৰ ওপৰত কোন কুগ্ৰহৰ দৃষ্টি পৰিছিল কব নোৱাৰোঁ। মিঃ উইল্ চন্ তেখেতৰ মানুহ ছুনুহে সৈতে সীমা পৰীক্ষা কৰিব ধৰিছেগৈ, এনেতে



১০।১২ জন শেলজাঠি, তীৰ ধনুধাৰী ভীমকায় আবৰ তেখেতৰ আগত উপস্থিত হ'লহি। দোষ হ'ল—তেখেতে সীমাৰ শিল এটা হেনো সিহঁতৰ ৰাজ্যৰ কিছু ভিতৰত পুতিছিল। মিঃ উইল্ চন্ আৰু তেখেতৰ মানুহবোৰ সিহঁতৰ ৰণ-মূৰ্ত্তি দেখি, সিহঁতৰ চকুৰ পাক দেখি অবাক্ হ'ল। সিহঁতে বিনাবাক্যে মিঃ উইল্ চনৰ ফালে কেৰাহিকৈ চাই দাঁত কামুৰি গুচি গ'ল।

---

# চতুৰ্দ্দশ আধ্যা

আবৰ-উপদ্ৰৱ

ৰাতি মিঃ উইল্‌চন নিশ্চিন্তমনে সীমানাৰ বঙলাত শুই আছে। ৰাতি প্ৰায় ৯।১০ মান বাজিছে, এনেতে ৫।৬টা মান শেল—জাঠী, তীৰ-ধনুধাৰী আবৰ খোলা দা হাতত লৈ সুপ্ত উইল্‌চনৰ আগত ভয়ঙ্কৰ মূৰ্ত্তি ধৰি উপস্থিত। পলকতে ইংৰাজ তম্বুত হাহাকাৰ লাগি উঠিল। লগে লগে শ শ আবৰ যোদ্ধাই ইংৰাজ তম্বু আক্ৰমণ কৰিলেহি। ইংৰাজবোৰ নিৰস্ত্ৰ; বিশেষতঃ যুদ্ধাদি নহলে তেওঁলোকে লগত একোটা বন্দুকৰ বাহিৰে তৰোৱাল আদি একো নাৰাখে। তাতে আকৌ ৰাতি নিদ্ৰিত অৱস্থা—বন্দুকেই বা ক'ত আছে, অস্ত্ৰ-সস্ত্ৰই বা ক'ত! কাজেই তেওঁলোকে দিহাদিহি পলাই সদিয়া পালেহি। তেওঁলোকে সদিয়াত সকলো খবৰ জনালেহি। ৰাতিপুৱা মিঃ উইল্‌চনৰ বঙলালৈ ফৌজ পঠোৱা হ'ল।

সিফালে মিঃ উইল্‌চনে পাৰ্য্যমানে আত্ম-ৰক্ষা কৰিবলৈ চেষ্টা কৰিছিল; কিন্তু ৫।৬টা বাঙ্কসৰ আগত তেখেত কোন কুটা? তাতে আকৌ নিদ্ৰিতাৱস্থ—অস্ত্ৰহীন নিৰুপায়। আবৰহঁতে মিঃ উইল্‌চনক কচু কটাদি থুকুচি থুকুচি কাটিলে! সকলোৱে লগ লাগি মিঃ উইল্‌চনৰ ভৰি,



হাত, গাড়ি, মূৰ বঙলাৰ ওচৰতে থকা গছবোৰত বেলেগ বেলেগকৈ ওলোমাই থলে। আহা! কি ভীষণ দৃশ্য!!

ৰাতিপুৱা সদিয়াৰ পৰা পঠোৱা ফৌজ ঘটনাস্থলত উপস্থিত হলগৈ। সিহঁতে কাণ্ড দেখি অবাক্। যি হওক, গবৰ্ণমেণ্টক সুধি-পুছি আবৰহঁতৰ গামবোৰক (Headman) মাতি পঠিওৱা হ'ল। সিহঁতে আহি কাজিয়া মিট্‌মাট্ কৰাৰ দূৰৈতে থাকক, সিহঁতে তাৰ উত্তৰত যুদ্ধহে ঘোষণা কৰিলে।

অসম গবৰ্ণমেণ্টক সৈন্যৰ নিমিত্তে লিখা হ'ল। তিনি চাৰি দিনৰ ভিতৰতে এটা ছিলঙৰ পৰা, এটা ডিব্ৰুগড়ৰ কিল্লাৰ পৰা এই দুটা ফৌজ সদীয়াত উপস্থিত হলগৈ। ইংৰাজ সৈন্য যুদ্ধ সাজে সজ্জিত হৈ সীমাত—যুদ্ধক্ষেত্ৰত উপস্থিত হলগৈ; কিন্তু যুদ্ধ কৰে কাৰ লগত? যুদ্ধ কৰিবৰ বাবে শত্ৰু নাই—শত্ৰু পলাল! ইপিনে ঘোৰ অৰণ্য, থিয় থিয় পৰ্ব্বতবোৰ প্ৰকাণ্ড প্ৰকাণ্ড শিলেৰে ভৰা, কোনো ফালে যাবৰ বাট নই; এনে অৱস্থাত সীমাই বা অতিক্ৰম কৰি সিহঁতৰ ৰাজ্যত ইংৰাজ সৈন্য সোমায় কেনেকৈ? যি কি নহওক এবাৰ যাতে যুদ্ধাভিমুখে ওলাই আহিছে, দেশত হুলস্থুল লাগিছে যে ইংৰাজ আৰু আবৰৰ যুদ্ধ লাগিছে, এনে স্থলত শুদাই উলটি আহিলে নহব। আবৰহঁতে ইংৰাজ বধ

কৰিছে—তাৰ প্ৰতিশোধ লবই লগিব। প্ৰতিহিংসা অগনি ইংৰাজ সৈন্যৰ মাজত দপদপাবলৈ ধৰিলে।

লাহে লাহে ইংৰাজ সৈন্যই আবৰহঁতৰ দেশ অতিক্ৰম কৰিবলৈ ধৰিলে। কিন্তু সিহঁতে বাটবোৰত শাৰী শাৰীকৈ প্ৰকাণ্ড প্ৰকাণ্ড শিল বহুৱালে। ইংৰাজ সৈন্য সেই বাটেৰে অহা যেন গম পালেই সিহঁতে শিলবোৰ ওপৰৰ পৰা বগৰাই দিয়ে। সেই শিলবোৰ প্ৰচণ্ড বেগে গছ-বন ভাঙি ভৈয়ামত পৰেহি। ইংৰাজ সৈন্যই সেই বাট এৰি অন্য বাট ধৰেগৈ। তাতো সেই দুৰ্গতি! যেতিয়া ইংৰাজ সৈন্যবোৰ মুকলি পথাৰত ফুৰি ফুৰে, তেতিয়া সিহঁতে পৰ্ব্বতৰ ওপৰৰপৰা শিলৰ আঁৰত থাকি ইংৰাজ সৈন্যৰ ওপৰত তীব্ৰ বিহ লগোৱা কাঁড়ৰ বৃষ্টিপাত কৰে। যিবিলাক সৰু সৰু নৈ, নিজৰা পৰ্ব্বতৰ পৰা ওলাই ভৈয়ামত পৰিছেহি সেইবোৰত সিহঁতে হলাহল বিহ ঢালি দিলে। বহুত ইংৰাজ সৈন্যৰ মৃত্যু হ'ল, তথাপি ইংৰাজ সৈন্য পাচ নুহুহকিল। শেহত ইং ১৯১২ চনৰ আদিতে আৱৰহঁতে ভাৰত চৰকাৰৰ বশ্যতা স্বীকাৰ কৰিলে, আৰু আজিকালি মিতিৰালি পাতি কোনো উপদ্ৰৱ-অত্যাচাৰ নকৰাকৈ শান্তিৰে বাস কৰি আছে।

---

# পঞ্চদশ আধ্যা

## দেশত অশান্তি

অসমৰ সুদূৰ উত্তৰ-পূব কোণত হ'ল আবৰৰ উপদ্ৰৱ; কিন্তু দৰং কামৰূপ আদি জিলাত লাগিলহি "মানুহ-ধৰা।" সেই পুৰণি কালৰ মান-ভগনৰ কথা মনত পৰিলহি। অসম গৱৰ্ণমেণ্টে হুকুম দিলে যে কেতবোৰ ৰিক্ৰুট্‌ছ (recruits) লাগে অৰ্থাৎ অসমৰ কিছুমান সৈন্য আবৰ যুদ্ধত মৃত্যু হ'ল, সৈন্যৰ সংখ্যা কমি গৈছে, কাজেই নতুনকৈ সৈন্যৰ নিমিত্তে মানুহ গোটাব লাগে। যি ইচ্ছা কৰে সেয়ে সৈন্য হব পাৰে; যদি তেনে কোনো ইচ্ছুক মানুহৰ লৰা-তিৰোতা থাকে দয়ালু গবৰ্ণমেণ্টে সিহঁতকো খোৰাক পাতি দি সহায় কৰিব। আৰু যি সৈন্য হবলৈ ইচ্ছা নকৰে তাক বল কৰি আনিব নালাগে। এই ভাৰ পৰিল প্ৰথমতে প্ৰত্যেক জিলাৰ বৰ চাহাব সকলৰ ওপৰত। তেখেতসকলে আকৌ সেই ভাৰ মৌজাদাৰবিলাকৰ হাতত অৰ্পণ কৰিলে। "এনেয়ে বুঢ়ী নাচনী, তাতে আকৌ নাতিয়েকৰ বিয়া।" মৌজাদাৰ বিলাকে এনেয়ে দুখীয়া ৰায়তবোৰৰ ওপৰত কিছু নহয় কিছু অত্যাচাৰ কৰে। তাতে আকৌ এই সোণালি সুযোগ হাতত।

তেওঁলোকক পায় কোনে ? কিমান ৰায়ত এনেকুৱা দুখীয়া আছে যে সিহঁতে বছৰ দিন খেতিবাতি কৰি লৰা-তিৰোতাক পুহিবলৈ বছৰেকীয়া ভাত কেইটাও নাপায় । ইপিনে মৌজাদাৰসকলেও খাজানাৰ বাবে সিহঁতক "তাগিদ" কৰিবলৈ ধৰে । সিহঁতে ৰজাৰ খাজানাকে দিয়ে নে কাপোৰ-কানিকে লয়, নে সৰ্ব্ব হুতাশন পেটটোকে পোহে । সিহঁতে 'হাঁ ভাত' 'হাঁ টকা' কৰি চাৰিওপিনে ঘূৰি ফুৰে, তথাপি ৰজাৰ খাজানা পৰিশোধ কৰিবৰ নোৱাৰে । কেদিনমান পিচতে দেখা যায় যে মৌজাদাৰে সিহঁতৰ ওপৰত ক্ৰোকী পৰওৱানা জাৰি কৰি সিহঁতৰ আগৰ পৰা হালৰ গৰু হাল, খীৰোৱা গাইজনী, ভাতখোৱা কাঁহি-বাটি, পানীখোৱা লোটা-ঘটি আটাইকে ক্ৰোক কৰি আনি নীলামত বিক্ৰী কৰি খাজানা আদায় কৰে । কোনো কোনো মানুহৰ একো বিচাৰি নাপাই মাটিডৰাকে ক্ৰোক কৰি নীলামত বিক্ৰী কৰি খাজানা আদায় কৰে । এনেকুৱাই ৰায়তৰ অৱস্থা !

মৌজাদাৰসকল "মানুহ-ধৰা" ক্ষমতা পাই নাচি উঠিল । তেওঁলোকে অসম গৱৰ্ণমেণ্টক সহায় কৰিবৰ নিমিত্তে উঠি-পৰি লাগিল । লগত পিয়াদা টেকেলা লৈ গাঁৱে গাঁৱে ফুৰিবলৈ ধৰিলে । কোনোৱে হয়তো ৰং মনেৰে সৈন্যৰ লিষ্টিত ভুক্ত হলহি, কিন্তু যেয়ে আপত্তি কৰিলে মৌজাদাৰে হুকুম দিলে—"লাগাও উস্‌কো দশ্ পাঁচ, পাকাৰাও



উস্‌কো, লে যাও উসকো ।" গাঁও-ভূঁইবোৰ অজলা, হোজা-চহা মানুহেৰে ভৰপূৰ । গাঁওবোৰত এখন হুলস্থুল লাগি উঠিল । কোনোবা মানুহক জোৰ কৰি ধৰি অনাত যদি ঘৈণীয়েকে মৌজাদাৰৰ ভৰিত ধৰি কান্দি কান্দি কয়হি, তথাপি তেওঁৰ সিফালে ভ্ৰূক্ষেপ নাই । তদুপৰি 'চাহাবৰ হুকুম । বেটী, ভাগো হিয়াসে" ইত্যাদি মিঠা মাতেৰে আজলী তিৰুতাজনীক বিদায় দিয়ে !

দেশত অশান্তি বিয়পি পৰিল । গাঁও-ভূঁইবোৰত ঘৰত মতা মানুহ নোহোৱা হ'ল । মান-ভগনৰ সময়ৰ নিচিনা মতা মানুহবোৰে কানি-কাপোৰত কেটামান আঠীয়া-কল আৰু একঠা বোকা ( কোমল ) চাউল বান্ধি লৈ হাবি-বননি, পৰ্ব্বত-পাহাৰত আশ্ৰয় ললেগৈ । কোনোৱে বা কোনো ফালে যাব নোৱাৰি পথাৰৰ ধানৰ মাজত মৰাপাটৰ খেতিৰ মাজত, কুঁহিয়াৰ বাৰীৰ ভিতৰত, বাৰীৰ পাচৰ খালৰ তলিত, দিনৰ দিনটো পেট-পেলাই পৰি থাকে । তাত কোনোৱে বা অনাহাৰে দিন নিয়াব ধৰিলে ; কোনোৱে বা পিঠা-গুৰি আঠীয়া-কলৰ শ্ৰাদ্ধ কৰিলে । কোনোৱে বা দিনটো পেটত বান্ধ দি থাকি ৰাতি হাততসাৰে, ভৰিতসাৰে পাচ ফালৰ খালৰ পৰা ওলাই আহি ভাত এমুঠি কাণে-নাকে গুজি আকৌ সেই খালৰ তলিত মহ-ডাঁহৰ কামোৰত হুল-জোঙৰ ওপৰত আশ্ৰয় লয়গৈ । দুখীয়া ৰায়তৰ বিলাই-বিপত্তিৰ

সীমা নোহোৱা হ'ল। আমি যিবিলাকে মান-ভগনৰ কথা দেখা নাছিলোঁ, শুনিছিলোঁ মাত্র, আমাৰ মনত হলে এয়ে মান-ভগনৰ যেন লাগিল। মান-ভগনত দেশত যেনেকুৱা অশান্তি অত্যাচাৰ হৈছিল, ঠিক এই "মানুহ-ধৰা"তো বিশেষকৈ কামৰূপ জিলাত তেনেকুৱা উপদ্রৱ অত্যাচাৰ হোৱা যেন লাগিল।

যদিও গাঁও-ভূঁইবোৰত এনেকুৱা অত্যাচাৰবোৰ হৈছিল, তথাপি কর্তৃপক্ষই এই বিষয় কোনো কথা জানিব পৰা নাছিল। আৰু জানিবই বা কেনেকৈ? আৰু জনাবই বা কোনে? প্রথমতে গাঁৱৰ ভাল বেয়া জনাব পাৰে গাঁওবুঢ়া-বোৰে—তেওঁলোকৰ ওপৰতো সেই একে হুকুম। দ্বিতীয়তে জনাব পাৰে মৌজাদাৰসকলে; কিন্তু তেওঁ-লোকেই যে এই অনাচাৰৰ মূল! সেই বাবে কর্তৃ-পক্ষৰ গাত অলপো দোষ নাই।

কিন্তু দেশ-ব্যাপি হোৱা এনেকুৱা ঘটনাৰ কথা এটি এটিকৈ সকলো কর্তৃপক্ষৰ কাণত পৰিলহি। তৎ-ক্ষণাত "মানুহ ধৰা" বন্ধ কৰি দিয়া হ'ল। তাৰ শেষ ফল—নানা ৰকম অশান্তিসূচক মেল-মোকৰ্দ্দমা আদালতত উপস্থিত হ'লহি। ফলাফল স্বৰূপে কোনো কোনো মৌজাদাৰ বৰখাস্ত হ'ল, কাৰো বা জৰিমনা হ'ল, কাকো বা ভৱিষ্যতলৈ সাৱধান কৰি দিয়া হ'ল।

---

# ষোড়শ অধ্যা

## ধনীৰ দুৰ্দ্দশা

ধনীৰাম ইমান দিনে মৌজাদাৰৰ ঘৰত বৰ সুখেৰে কাম-কাজ কৰি খাই-লৈ আছে। মৌজাদাৰেও ধনীক নিজ পুত্রৰ নিচিনা আদৰ-চেনেহ কৰি ৰাখিছে। আগতে কোৱা হৈছে যে আমাৰ মৌজাদাৰ নামতহে, কামত নহয়; কামত ধনীৰামেই মৌজাদাৰ। মৌজাদাৰে যি যি কাম কৰিব লাগে, সেই কাম ধনীয়ে কৰি দিয়ে; তেওঁ কেৱল কঁপি কঁপি হাতেৰে কোনোমতে পঢ়িব পৰা-নপৰাকৈ দস্তখতটো দিয়ে। এয়ে আমাৰ মৌজাদাৰ হাকিমৰ বিদ্যা!

মাননীয় জিলাধিপতিৰ হুকুম আমাৰ মৌজা-দাৰৰ ওপৰতো নপৰাকৈ নাথাকিল। চাহাবৰ হুকুম পাই মৌজাদাৰৰ মুখ শুকাই টেমি যেন হ'ল। মৌজা-দাৰৰ দিন ৰাতি চিন্তা হ'ল—মানুহনো ধৰোঁ কেনেকৈ; এই গাৰো, কছাৰী আদি গাঁৱত কোনে বা নিজ ইচ্ছা মতে সৈন্য লিষ্টিত ভুক্ত হব? ইহঁত যেনে এক কুৰীয়া মানুহ সিহঁতৰ ওপৰত বলো নাখাটে! তেনেটো কৰিলে নিজৰ দেহা ৰক্ষা পৰাও টান হব। মানুহ ধৰি দি গৱৰ্ণমেণ্টক সহায় নকৰিম, নিজৰ 'চাকৰি' আৰু 'পদবী'

লৈও টনাটনি পৰিব। অন্যান্য মৌজাদাৰসকলে মানুহ ধৰি দি কত নাম কৰিবলৈ ধৰিছে! কোনো কোনো মৌজাদাৰে এই সুযোগতে ৰায় বাহাদুৰ, ৰায় চাহাবো হ'ব ধৰিলে!! কিন্তু মই নাৰকী ক'ত সোমালোঁহি!!! হে হৰি! উপায় দিয়া প্ৰভু! দুৰ্ব্বলীক বল দিয়া, তুমি। তুমি যদি এই আপদত উদ্ধাৰ নকৰা তেন্তে মই সমূলঞ্চে মৰিলোঁ। প্ৰভু! ধন, জন, মান-সম্মান, মাটি-বাৰী, ঐশ্বৰ্য্য -বিভূতি, হাতী-ঘোঁৰা সকলো যাব প্ৰভু! তুমি মোক বাটৰ ভিকহুহে কৰিব খুজিছানে? মোৰ নাম লোপ পাব, বংশ কলঙ্কিত হব! অগতিৰ গতি প্ৰভু, দয়া কৰা, এই সঙ্কটত!" এই চিন্তাই মৌজাদাৰ হাকিমক দিনে-ৰাতি জৰ্জ্জৰিত কৰিবলৈ ধৰিলে। কেতিয়াবা কেতিয়াবা তেওঁৰ ভাত-পানীও বন্ধ হ'ল। দিনে-ৰাতি মূৰ-ঘমাই ভাবি-চিন্তি ঠিক কৰিলে— "এবাৰ ধনীৰামক লগত লৈ গাঁৱৰ ফালে ওলাই যাওঁ। চাওঁচোন কি হয়!"

পিচদিনা ৰাতি-পুৱা সপ্তমী পূজা আৰম্ভ হৈছে। জাকে জাকে ডেকা-বুঢ়া, লৰা-ছোৱালী পূজাৰ ফালে লৰ ধৰিলে। ৮|৯ বজাত মৌজাদাৰ হাকিমে এই সুযোগতে দুই চাৰি জন মানুহ ধৰিব পাৰিম বুলি ধনীক লগত লৈ গাঁৱৰ ফালে যাত্ৰা কৰিলে। তেওঁ যি ঘৰলৈ যায়, সেই ঘৰতেই লৰচৰ কৰিব নোৱাৰা বুঢ়া জন আৰু সৰু সৰু লৰা-ছোৱালী কেইটিৰ বাহিৰে মতা মানুহক দেখা নাপায়।



ঘৰত লৰা-তিৰুতা সকলোকে এৰি ঘৰৰ গিৰীহঁত হাবি-বননিয়ে যতে পায় ততে আশ্ৰয় লৈছেগৈ। সিহঁতে এই দুৰ্গোৎসৱৰ নিচিনা মহোৎসৱতো যোগদান দিব পৰা নাই। এয়ে কালৰ গতি! মৌজাদাৰ হাকিমে গাঁৱবুঢ়াক মাতি আনি ইপিনে পঠালে, সিপিনে পঠালে, নানা ৰকম 'তাগিদ' দিলে, তথাপি গাঁওবুঢ়াই কোনো এজন মানুহক মৌজাদাৰৰ ওচৰলৈ আনিব নোৱাৰিলে। কোনোৱে বা গাঁওবুঢ়াৰ মুখেৰে মৌজাদাৰ অহা শুনি হাততে পাঁচোটামান কিল ভুকু দাঙি—"বেটা, তয়ো মৌজাদাৰ হাকিমৰ বৰ বেটা ওলাইছহি, ভালে ভালে গুচি যা," বুলি গাঁওবুঢ়াকো ধম্‌কি দি ইছল-সিছলকৈ কোনোবাফালে ওলাই লুকাই থাকিলগৈ। ধনীৰামক কোনোবা মানুহৰ ওচৰলৈ পঠালে, তেওঁ ইঘৰ সিঘৰকৈ ফুৰি এখন দুখন তামোছালি খাই, মানুহক মৌজাদাৰ হাকিম অহাৰ ইঙ্গিত দি মৌজাদাৰ হাকিমৰ আগত উপস্থিত হৈ কয়হি— "দেউতা! কোনো মানুহ ঘৰত নাই, সকলো পলাই গুচি গৈছে। মিছা-মিছিকৈ এনেকৈ ঘূৰি ফুৰিলে কি হব? মানুহ নাপালে আমি কি কৰিম? আমিতো মানুহ গঢ়ি দিব নোৱাৰোঁ?" গাওঁবুঢ়াও হতাশ হৈ উভতি আহি মৌজাদাৰক খবৰ কলেহি,— "দেউতা! কোনো মানুহকে লগ ধৰিব নোৱাৰিলোঁ। সকলো দিহাদিহি পলাই গৈছে।" মৌজাদাৰে এই খবৰ শুনি কেটামান দীঘল

দীঘলকৈ হুমুনিয়াহ কাঢ়িলে। গধূলি নিৰাশ হৈ ধনীক লগত লৈ ঘৰলৈ উভতি আহিল।

পিচদিনা মহা অষ্টমী। ৰাতি পুৱা ৬।৭ মান বজাৰ পৰা লৰা-ছোৱালী, ডেকা গাভৰুবোৰ শাৰী পাতি লানি লাগি পূজাৰ ঠাইলৈ যাবলৈ ধৰিলে। ৰঙা পাগুৰি পিন্ধা কনেষ্টবলৰ তো কথাই নাই, বাটত কোনোবা গাঁওবুঢ়া বা মৌজাদাৰ হাকিমক দেখা পালেই সিহঁত উচপ্ খাই উঠে। এক-দুই মান বজাত পূজাৰ থলিত লোকে লোকাৰণ্য। বাহিৰৰ পৰা মানুহ বিৰ দিও ভিতৰলৈ যাবৰ উপায় নাই; মানুহৰ ইনানেই ভীৰ। মৌজাদাৰ হাকিমসকলে এই সুযোগতে পূজা চাবলৈ আহোঁতে-দুই চাৰিজন মানুহ ধৰিব পাৰিম বুলি ভাবি পূজাৰ থলিত সোমোৱা বাটৰ মুখে মুখে খাপ ললে। লগত দুই চাৰিজন পিয়াদা টেকেলাই ৰঙা পাগুৰি মাৰি পূজাৰ মাজত ইফালে সিফালে মানুহ চাই ফুৰিবলৈ ধৰিলে।

সিহঁতক দেখিলেই আজলি নিৰুতাবোৰে সিহঁতক আঙুলিয়াবলৈ ধৰে। কোনোবা ডেকা গাভৰুৱে হয়তো পাচফালৰপৰা "আমুকীৰ গিৰিয়েক আমুকাক থানালৈ ধৰি আনিছে" বুলি কৈ গুচি গ'ল। ইপিনে আমুকীৰ হাঁহকাৰ লাগি উঠিল। আয়ৌ-বিয়ৌকৈ ক'ত পূজা চাব, ক'ত কি কৰিব, সকলোকে সাত্তোটামান সেৱা কৰি ঘৰ-মুৱা হ'ল। কোনোৱে বা কলে—"আমুকীৰ পুতেকক



আমুকা মৌজাদাৰে ধৰি আনিছে। বেচেৰাৰ পিঠিখন চাব নোৱাৰা হৈছে—ফাটি ফাটি তেজ ওলাবলৈ ধৰিছে।"

আমুকীয়ে পুতেকৰ এই নিদাৰুণ কষ্টৰ কথা শুনি কোন সতেৰে পূজাৰ ৰং-ধেমালি চায়? হিয়া-মূৰ ভুকুৱাই কান্দি কান্দি খলক্ লগাই ঘৰ পালে গৈ। অন্য এফালে হয়তো কেইজনমান ৰঙা পাগুৰি পিন্ধা মানুহ একেলগ হৈ অহা দেখিলে "আয়ৈ, সেইবোৰ কিবা আহিছে" বুলি জাকে জাকে তিৰুতাবোৰ বাহিৰলৈ লৰ দিছে। কেতবোৰ বা বাহিৰৰ পৰা ভিতৰলৈ লৰ দিছে। পূজাৰ মাজত মহা হুলস্থুল লাগি পৰিল।

লীলাৱতীৰ সখী চম্পাহঁতো পূজা চাবলৈ গৈছিল—কিন্তু আজি সিহঁতৰ লগত লীলাৱতী নোহোৱা বাবে সকলো কেইজনীয়ে লগলাগি আলিৰ কাষতে গছ এজোপা তলত আমন-জিমন্ কৈ পূজাৰ থলিৰ ফালে মুখকৈ থিয় হৈ আছে গৈ। সিহঁতৰ মনত পূজাৰ ৰং-ধেমালি চাবলৈ ভাল লগা নাই। সেই নিমিত্তে সিহঁত ভিতৰলৈ নগৈ বাহিৰতে তেনেকৈ থিয় হৈ আছে। এনেতে এজনী বুঢ়ীয়ে 'আয়ৈ, আজি চম্পাৰ ককায়েককো হতচিৰি যোৱাহঁতে নিলে—" বুলি আলিয়েদি গুচি গ'ল। কথা শুনি চম্পাৰ হিয়া কঁপি উঠিল। চকু-যুৰি চকু-লোৰে পূৰ হ'ল, তাই হুক্ হুক্ কৈ কান্দিবলৈ ধৰিলে! চম্পা

বহিল। সখীয়েকহঁতে আন উপায় নাপাই হাতত ধৰা-ধৰিকৈ চম্পাক ঘৰলৈ লৈ আহিল।

মহা অষ্টমীৰ দিনা ৰাতিপুৱা ধনীৰামৰ ওপৰত মৌজা-দাৰৰ হুকুম হ'ল—গাঁৱলৈ মানুহ ধৰিবলৈ যাব লাগে। আজি মানুহ ধৰি আনি দিব নোৱাৰিলে ধনীক কামৰ পৰা খেদি দিব। ধনীৰামৰ মূৰত স্বৰগ ভাগি পৰিল। ইমান দিনে হাবি-বননিয়ে, খালে-জোঙে মানুহ বিচাৰি হাবাথুৰি খাই ফুৰিছে। আজি মহা অষ্টমীৰ দিনা বন্ধু-বান্ধৱেৰে সৈতে লগ লাগি পূজা চাবলৈ যাব। তদুপৰি শনিৰাম পূজাৰ বন্ধত ঘৰলৈ আহিছে ; দুয়ো ভাই-ককাই দেখা-দেখি হব ! কি সুখৰ কথা ! কিন্তু আজি ধনীৰ সেই কাল্পনিক সুখৰ দিনত বিধি পথালি দিলে—হৰ্ষত বিষাদ মিলিলহি ! মৌজাদাৰৰ হুকুম শুনি খাই-লৈ উঠি ধনীয়ে গাঁৱৰ ফালে যাওঁ-নাযাওঁকৈ ধোঁৱা মেলি দিলে। গাঁৱলৈ গৈ কেই ঘৰমান গৃহস্থৰ কাঠিত বহি খন-চেৰেক তামোল-ছালি খাই আবেলি ঘৰমুৱাকৈ ধোঁৱা মেলি দিলে। ধোঁৱা বিজুলী বেগে পৰ্ব্বতৰ নামনিত থকা নিজবাৰ ওচৰত উপস্থিত হ'লগৈ।

---

# সপ্তদশ আধ্যা।

## প্ৰেমিক-পগলা

ৰঘুনাথ গাঁওবুঢ়াৰ ঘৰ মানুহৰ কোলাহলেৰে পৰি-পূৰ্ণ। বাহিৰৰ পৰা ভিতৰলৈ মানুহ যাবৰ সাধ্য নাই। দলে-দলে জাকে-জাকে বুঢ়া-বুঢ়ী, ডেকা-ডেকেৰী, লৰা-ছোৱালী অসংখ্য মানুহ ৰঘুৰ ঘৰলৈ আহিছে, লীলাৰ মাটিৰ সজাটি চাইছে আৰু বেজাৰ মনেৰে উভতি গৈছে। কিছুমানে 'আই ঔ, আই ঔ' কৰি চকু-লো টুকিছে। কিছুমানে বা 'হায় ! হায় !!' কৰি উভতি গৈছে, এনেজনী ছোৱালীৰ প্ৰতি কাৰ মৰম-বেথা নজন্মে ! ৰাতিপুৱা সাত মান বজাত লীলাৰ মৰা-শ জৰীৰ পৰা নমাই আনি থানাত খবৰ দিয়া হল। এঘণ্টামান পিচতে থানাৰ পৰা এজন দাৰোগা আৰু চাৰিজন কন্‌ষ্টেবল্ ৰঘুনাথ গাঁওবুঢ়াৰ ঘৰত উপস্থিত হলহি।

অনুসন্ধান কৰি দেখিলে যে লীলাই নিজে গলত জৰী লগাই (ফাঁচ) দি আত্মহত্যা কৰিছে। গাৰ পৰা কাপোৰ-কানি গুচোৱাত দেখা গ'ল যে এখন সুন্দৰ ফুল তোলা ৰুমাল আৰু এটি সোণৰ আঙঠী লীলাৰ বুকুৰ মাজত লুকাই থোৱা আছে ! আচৰিত ! এয়ে ধনীৰ প্ৰথম উপহাৰ !! লীলাই ধনীৰামক নাপাই তাকেই বুকুত বান্ধি আত্মহত্যা কৰিলে !!!

দুপৰীয়া ১১ মান বজাত লীলাৰ মৰা-শ শ্মশানলৈ নিয়া হ'ল আৰু অতি দুখমনে চিতা সাজি পুৰি ছাই কৰা হ'ল। যেতিয়া চিতা সাজি লীলাৰ দেহ তাত তোলা হয়, তেতিয়াৰে পৰা এজন কম বয়সীয়া ডেকা পগলাৰ বেশ ধৰি সেই শ্মশানৰ চাৰিওফালে ঘূৰি ফুৰিছে। ঠায়ে ঠায়ে থিয় হৈ ঠিক লীলাক পোৰা চিতাখনৰ ফালে চকু পাতি ৰ লাগি চাই থাকে। ঠায়ে ঠায়ে বহে আৰু তলমূৰ হৈ কিবাকিবি ভাবে। কেতিয়াবা দুই এটা গীতৰ একাঁকি দুফাঁকি গায়! কেতিয়াবা নিজে নিজে চকু-লো টোকে—মন চিন্তামগ্ন।

লীলাৰ দেহ পুৰি ছাই কৰা হ'ল, তথাপি ডেকাজন সেই শ্মশানতে—অলপো লৰচৰ নকৰে। মানুহবোৰ শ্মশানৰ পৰা হৰিধ্বনি কৰি ঘৰা-ঘৰি গ'ল। ডেকাজনেও 'লীলা' বুলি চিতাৰ ফালে লৰ দিলে। চিতাৰ ওচৰ পায়ে "লীলা, লীলা" বুলি কৈ মাটিতে বাগৰি পৰিল। কিছু সময় অচেতন হৈ পৰি থাকি পিচত জ্ঞান লভিলে। চিতাৰপৰা কিছুমান ছাই আনি মুৰ-কপাল আৰু গাত ঘঁহি নিজে নিজে কবলৈ ধৰিলে, "লীলা! তুমি মোক বৰ ফাঁকি দিলা! যিদিনাই মই তোমাক প্ৰথমে দেখিছোঁ, সেইদিনাৰ পৰা মই তোমাক মনপ্ৰাণ সঁপি দিছোঁ। সেইদিনাৰ পৰাই মই তোমাৰ হৈছোঁ। কিন্তু লীলা তুমি কি কৰিলা? মোৰ



প্ৰতি তুমি এনুৰা নিৰ্দ্দয়? আহা! কি কৰিম? এয়ে মোৰ ভাগ্যত আছিল। তথাপি লীলা, মই তোমাৰ! চিৰদিন মই তোমাৰেই! তুমি বিনে মোৰ কোনো নাই। আমাৰ বিয়া কোনোৱা দিনতে হৈ গৈছে; কিন্তু কোনেও জনা নাই, শুনা নাই, এই মাত্ৰ বাকী! লীলা! তুমি মোক অকলে এৰি থৈ কলৈ গ'লা? হায়! আগতে জনা হলে তোমক মই এনেকৈ ছাই হবলৈ নিদিলোঁহেতেন! প্ৰিয়তমা লীলা! লীলা! লীল!!" ডেকাজন মাটিতে বাগৰি পৰি থাকিল।

ধনীৰাম আগদিনাখন গধূলি হতাশ মনেৰে ঘৰলৈ উভতি আহিছিল। তেওঁৰ মনত কেৱল চিন্তা লীলাৰ সেই লাৱণ্যময়ী মনোমোহা ছবি আৰু তাইৰ সেই কাতৰ অনুৰোধ। ধনী লীলাৰ কথা ভাবি-চিন্তি অস্থিৰ হ'ল; তাতে আকৌ ঘৰ পাওঁতেই মৌজাদাৰ হাকিম ওলাই আহি মাত লগালে—"ধনি! খবৰ কি? মানুহৰ কিবা যোগাৰ কৰিব পাৰিলানে?"

—"দেউতা, দিনৰ দিনটো চাৰিও পিনে ঘূৰি ফুৰিলোঁ, এজন মানুহকো ঘৰত নাপালোঁ। সকলো পলাই দিহাদিহি গৈছে; কি কৰিম? মানুহ নাপালেও কৰবাৰ পৰা আনি দিম নে?"

ধনীয়ে তলমূৰ হৈ আকৌ ভাবিবলৈ ধৰিলে। ধনীৰ কথা শুনি মৌজাদাৰ হাকিম অগ্নিশৰ্ম্মা হৈ উঠিল।

ইমান দিনে তেওঁ ধনীক এবাৰ ডাবি ধমকি দিয়া নাছিল ; আজি হাকিমে চকু পকাই ধনীক কবলৈ ধৰিলে— “ধনী ! আজি চাৰি পাঁচ দিনে এজন মানুহো আনিব নোৱাৰিলি ? তই সঁচাকৈয়ে মানুহ বিচাৰি গৈছিলি ? সকলো জানো। মানুহ বিচাৰি যাওঁ বুলি তই ৰঘুনাথ গাঁওবুঢ়াৰ বৰ-চ'ৰাত বৰ মেলেকী হ'লিগৈ,— নহয় ? তোৰ সমান দুষ্ট মানুহ মই পোৱা নাই। তই ৰঘুনাথৰ জীয়েক লীলাক পাইছ ; লীলাক পালে আৰু তোক একো নালাগে—লীলাই তোৰ খাজানা, লীলাই তোৰ মানুহ ! মই ইমান দিনে তোৰ কোনো খবৰ লোৱা নাছিলোঁ। তই যে লীলাৰ নিমিত্তে পগলা তাৰ গম আগতেই পাইছোঁ। লীলাই যে তোৰ ধন, লীলাই যে তোৰ ধ্যান, সকলো জানো ; সকলো জানি-শুনিও তোৰ সকলো দোষ ইমান দিনে ক্ষমা কৰি আছিলোঁ ; কিন্তু আজি সি কথা নহৈছে। তই কালি-পুৱাই ;—নহয় এতিয়াই, মোৰ ঘৰৰ পৰা ওলাই যা ; তই আৰু মোৰ তলত চাকৰি কৰিব নালাগে। যা তই যা ; লীলায়ে তোক ৰাখক। তই ভাবিছ যে লীলা তোৰ আপোন, ? ৰঘুনাথ তোৰ আপোন ? যি ৰঘুনাথ গাঁওবুঢ়া, লীলাৰ কথা উলিয়ালেই গালত জোতা লগাব যা। দুষ্ট ! অ' বুজিলোঁ ইমান দিনে তই এই সোপা কৰিছ ? যা তই মোৰ ঘৰতে নাথাকিবি, নহলে



তোৰ সৰ্ব্বনাশ হব।” মৌজাদাৰ হাকিমে একে উশাহতে ধনীক এইবোৰ গালি-শপনি পাৰি তাক কামৰপৰা বিদায় দি ভিতৰলৈ গুচি গ'ল।

ধনী নিমাত। ধনীৰ ভৰিৰ পৰা মূৰলৈ গাৰ আটাই-কেইডাল নোম শিঁয়ৰি উঠিল। লাহেকৈ মাটিতে বহি তলমূৰকৈ ভাবিবলৈ ধৰিলে। কত ভাবিলে, কত চিন্তিলে, কত চকু-লো টুকিলে, সীমা-সংখ্যা নাই। ধনীয়ে লৰা কালৰ পৰা—পিতৃ-বিয়োগৰ পৰা সকলো ঘটনা মনত পেলাই কান্দিবলৈ ধৰিলে। অৱশেষত ধনী নিৰাশ হ'ল। তদুপৰি ধনীয়ে যে দুপৰীয়া লীলাৰ কাতৰ কাবৌ-কাকুতি সকলোকে উপেক্ষা কৰি লীলাক নিজৰাৰ পাৰত অকলে এৰি থৈ আহিছিল ! ধনীয়ে যিমানে ভাবিলে সিমানে বাউল হৈ উঠিল— ; ধনীৰ অন্তৰ দেই পুৰি মৰিবলৈ ধৰিলে। ৰাতি ধনীৰ চকুত টোপনি নাহিল। গোটেই ৰাতি শোৱাপাটীত পৰি আকাশ-পাতাল ভাবি চট্‌ফট্ কৰি বাগৰি থাকিল। ধনীৰ মনত এঘণ্টাই এযুগ হ'ল ; তথাপি ৰাতি পোহৰ নহয়। ৰাতি পোহৰ হওঁতেই কি নৌহওঁতেই ৰঘুনাথ গাঁওবুঢ়াৰ ঘৰলৈ বুলি যাত্ৰা কৰিলে। গৈ দেখে যে লীলাৰ দেহ চিতাৰ জুইত জ্বলিব লাগিছে। এতিয়া ধনী পগলা ! ধনী প্ৰেমিক-পগলা !! ধনী বৈৰাগী !!!

———

# অষ্টাদশ আধ্যা

## “ফুল দুপাহি”

জহ কালিৰ বন্ধত শনিৰাম ঘৰলৈ আহি দেখিলে যে ককায়েকৰ ভয়ানক সন্নিপাত জ্বৰ। শনিৰ মনত বৰ দুখ লাগিল। শনিয়ে ঘৰৰপৰা কোনো খৰচ-পাতি নাপায়; চহৰত কোনোমতে গৱৰ্ণমেণ্টৰপৰা পোৱা জলপানী কেইটকাৰে সকলো কাম চলায়। তাতে আকৌ ঘৰলৈ আহি ককায়েকৰ এই অৱস্থা দেখি সি বৰ চিন্তাত পৰিল। একে গাঁৱৰে নৰেন্দ্ৰনাথ চৌধুৰী শনিৰামৰ সহপাঠী বন্ধু, কিন্তু আজিকালি সি পঢ়িবলৈ এৰিছে; তথাপি সিহঁতৰ মাজত বৰ মিলা-প্ৰীতি। সিহঁত দুয়ো নলে-গলে লগা বন্ধু। শনিৰাম বন্ধত ঘৰলৈ অহাত নৰেন সদায় পুৱা-গধূলি শনিৰ তালৈ আহে আৰু শনিক বৰ চিন্তাগ্ৰস্ত দেখিলে নানা ৰকম প্ৰবোধ বাক্যেৰে তাক সান্ত্বনা আৰু উৎসাহ দিয়েহি।

ধনীৰামৰ নৰিয়া দিনে দিনে টান হৈ আহিবলৈ ধৰিলে; মাজে মাজে মূৰ্চ্ছা যায় আৰু প্ৰলাপ বকে। ঘণ্টাই ঘণ্টাই ডাক্তৰ কবিৰাজ ধনীৰ ঘৰলৈ অহা-যোৱা কৰিলে, তথাপি কোনো ফল দেখা নগ’ল। শনি আৰু নৰেনৰ গাত ত’ত নোহোৱা হ’ল; এজনে ডাক্তৰ বা



কবিৰাজ আনিবলৈ গল, আন জনে ৰোগীৰ শিতানত বহি ৰোগীক ঔষধ-পাতি খুৱা আৰু যতন লোৱাত লাগিল। ৰাতি হলে শনি আৰু নৰেনৰ চকুত টোপনি নোহোৱা হয়, গোটেই ৰাতি ৰোগীৰ সেৱা-শুশ্ৰূষা কৰোঁতেই যায়। দিনৰ পাচত দিন যাবলৈ ধৰিলে, তথাপি ৰোগীৰ কোনো ভাল গতি দেখা নগ’ল।

জহকালিৰ বন্ধ শেষ হ’ল। শনিৰামো সদৰলৈ যাবলৈ ওলাল। কিন্তু ঘৰত থাকে কোন? ধনীৰামৰ এই মৰা-মূৰ্চ্ছা অৱস্থা দেখি দুখুৰ মন চঞ্চল হৈ উঠিল। স্বামী-শোক পুনৰাই প্ৰজ্বলিত হৈ উঠিল। স্বামী ঢুকা-ৰৰ দিন ধৰি তেওঁ এই গোলাপ দুপাহিকে বুকুত বান্ধি ইমান দিন কটালে; গোলাপ দুপাহি প্ৰস্ফুটিত হোৱাত স্বামী-শোক কিছু পৰিমাণে লাঘৱ হোৱা যেন হৈছিল! কিন্তু বিধাতাই তাকো সহিব নোৱাৰিলে। দুখুৰ কোনো আশ্ৰয় নোহোৱা হ’ল! মৌজাদাৰ হাকিমেও ছল-চক্ৰান্ত কৰি জয়মতীক হৰেনলৈ বিয়া কৰাই নি এতিয়া দুখুৰ ওপৰত ৰাম-টাঙোন জোকাৰিলে! যি কি নহওক, শনিৰাম সদৰলৈ যাবই লাগিব, সেই নিমিত্তে ঘৰৰ সকলো ভাৰ মোমায়েক মুকুন্দৰামক আৰু তাৰ সেই শুভানুকাঙ্ক্ষী বন্ধু নৰেনৰ গাত পেলাই দি সি সদৰলৈ যাত্ৰা কৰিলে। নৰেন প্ৰত্যেক দিন ককায়েকৰ জ্বৰৰ বা-বাতৰি লিখি শনিলৈ চিঠি-পত্ৰ দিয়ে, আৰু কিবা নতুন পৰামৰ্শ অদি

কৰিব লগা হ'লে নিজে সদৰলৈ গৈ শনিৰ লগত দেখা কৰে।

কিছুদিন যোৱাৰ পিছত এদিন শনিৰাম স্কুলৰ পৰা আহি জলপান আদি খাই বন্ধুসকলৰ সৈতে নদীৰ পাৰলৈ ফুৰিবলৈ গ'ল। আটাই কেইজন বন্ধু এছটা শিলৰ ওপৰত বহি নানা ৰকম গল্প কৰিলে, গীত গালে। হঠাৎ শনিৰ গা শিয়ঁৰি উঠিল—মুখ বিবৰ্ণ হ'ল। বন্ধু কেইজন শনিৰ অকস্মাৎ এনেকুৱা অৱস্থা হোৱা দেখি আচৰিত হ'ল। ইটোৱে সিটোৰ মুখলৈ চাবলৈ ধৰিলে। শনিৰাম তেনেকৈ কেই মিনিটমান থাকি "মই আহোঁ দেই" বুলি বন্ধু কেইজনৰ ওচৰত বিদায় লৈ নিজ বহালৈ আহিল। বহাৰ দুৱাৰ মেলি নিজৰ পঢ়া কোঠালীত সোমাইছে, এনেতে এজন পিয়নে এখন টেলিগ্ৰাম শনিৰ হাতত দিলেহি। শনিৰামে টেলিগ্ৰাম-খন হাতত লৈ কঁপিবলৈ ধৰিলে, কাকতখন হাতৰ পৰা সৰি পৰিল। শনিয়ে লৰালৰিকৈ কাকতখন তুলি ললে, আৰু খামটো ফালি পেলাই কাকতখন পঢ়িবলৈ ধৰিলে। তাত লিখা আছিল—"Your brother gone, come sharp" তোমাৰ ককায়েৰা আজি ঢুকাইছে, তুমি সোন-কালে ঘৰলৈ আহিবা"। শনিৰ মূৰত স্বৰগ ভাগি পৰিল। কাকতখন পঢ়ি শনি আৰু থিয় হৈ থাকিব নোৱাৰিলে, শোৱা-পাটিত পৰি "ককাই ঔ' ককাই ঔ"



কৰি চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। শনিৰ আৰু ৰাতি টোপনি নাহিল। চাৰিপাটিত বহি বহি হিয়া-মূৰ ভুকুৱাই ওৰেনিশা বহি থাকিল!

ফাগুন মাহ। শনিৰাৰ প্ৰায় ৮ মান বজাত ধনীৰ প্ৰাণ-বায়ু উৰি গ'ল! মৰিবৰ সময়ত ধনীয়ে শনিৰামক চাবৰ নিমিত্তে বৰ হাবিয়াস কৰিছিল, কিন্তু শনিক কোনেও খবৰ নিদিলে! মুকুন্দ আৰু নৰেনে ধনীৰ সকলো অন্ত্যেষ্টি কাম কৰিলে কিন্তু দুখুক ৰাখে কেনেকৈ? দুখু পাগলিনী হ'ল! কোনেও দুখুক সান্ত্বনা দিব নোৱাৰিলে, দুখুৰ মনে প্ৰবোধ নেমানে। ধনী নৰিয়া পৰিবৰে পৰা দুখুৰ স্বামী-শোক জ্বলি উঠিল, তাতে আকৌ আজি পুত্ৰ শোক! ধম্ ধম্ কৈ জ্বলি উঠা অগনিত যেন ঘিঁউৰহে ছিটনি পৰিল!!

শনিবাৰ গধূলি শনিৰামে নৰেনৰ টেলিগ্ৰাম পাই পিচদিনা ৰাতিপুৱা ১০ মান বজাত ঘৰলৈ আহি দেখে যে দুখু পাগলিনী। শৰীৰত ত'ত নাই, কান্দি কান্দি অৱশ হৈছে। শনিৰামে কাপোৰ-কানি থৈ একেবাৰে পুখুৰী পাৰলৈ লৰ দিলে! পুখুৰী পাৰত এজোপা বট গছ আছিল। তাৰে ছাঁয়াত শনি বহিলগৈ, আৰু তলমূৰ হৈ কিবাকিবি ভাবিবলৈ ধৰিলে। শনিৰ মনত সংসাৰ অনিত্য যেন লাগিল। সংসাৰৰ সকলো কথা চকুৰ আগতে ফট্ ফটীয়াকৈ দেখা দিলেহি। শনিয়ে

একোবাৰ হিয়া-মূৰ ভুকুৱাই কান্দিলে, আৰু একোবাৰ কিবাকিবি নিজে নিজে বকিলে। প্ৰায় ১২ মান বজাত যেতিয়া চাৰিওফালৰ পথাৰৰ পৰা মানুহবোৰ ঘৰা-ঘৰি গ'ল, শনিৰ মন নাচি উঠিল। শনিৰামে মনে মনে ঠিক কৰিলে, "এই পুখুৰীৰ পানীত জাপ দি আত্মহত্যা কৰিম—এই পাপী দেহাৰ অন্ত পেলাম।" আকৌ শনিৰামে নিজে নিজে হাঁহিলে, কিন্তু সেই হাঁহি আনন্দৰ হাঁহি নহয়, সি বিষম দুখৰ হাঁহি। প্ৰায় ১২॥ মান বজাত শনিয়ে মন ঠিক কৰিলে; কাপোৰ কঁকালত বান্ধি "ককাই ঔ" বুলি পুখুৰীৰ সেই গভীৰ অতল জলত জাপ দিলে! এনেতে পাছফালৰ পৰা "বন্ধু!" বুলি চিঞৰ মাৰি নৰেন্দ্ৰ চৌধুৰীয়েও জাপ দি শনিৰামৰ ডিঙিত সাৱট মাৰি ধৰিলেগৈ!

——

# ঊনবিংশ আধ্যা

## দুখতে দুখ

পথাৰৰ সকলো মানুহ পথাৰৰ কাম-বন এৰি ঘৰাঘৰি গ'ল, ভাত পানী খাই জিৰণি ললেগৈ। যতেই চাৰি পাঁচজন মানুহ লগ লাগিল ততেই ধনীৰামৰ অকাল মৃত্যুৰ কথা ওলাল। কোনোৱেবা বৰ দুখ কৰি হা-হুমুনিয়াহ কাঢ়িলে, কোনোৱে বা চকু-লো টুকিলে। বাটে-ঘাটে য'তে ত'তে কেৱল ধনীৰ অকাল মৃত্যুৰ কথা! দুই চাৰিজন গাঁৱৰ বুঢ়া মানুহে ধনীৰ মৃত্যুত বৰ দুখ কৰি তেওঁৰ বুঢ়ী আয়েক দুখুক সান্ত্বনা দিম বুলি দুখুৰ ঘৰলৈ বাট ধৰিলে। কিন্তু কাৰ সাধ্য দুখুক সান্ত্বনা দিয়ে; দুখুৱে ক্ষণে ক্ষণে শ্মশানশালীলৈ যাবলৈ ওলাল, দুজন তিনিজন মানুহে কোনোমতেহে তেওঁক ধৰি ৰাখিলে। পদূলি মুখত মানুহে জুম বান্ধিলে কিন্তু দুখুৰ আৰ্ত্তনাদ শুনি কোনেও ভিতৰলৈ যাবলৈ সাহ নকৰিলে; কেৱল সকলোৱে পৰস্পৰে কোৱা-মেলা কৰিলে আৰু চকু-লো টুকিলে। ঘৰৰ ভিতৰত দুখুৱে কেৱল কান্দিলে, আৰু মূৰে-কপালে ভুকুৱালে। মুকুন্দই ওচৰতে বহি মাজে মাজে কলে—"বাইদেউ, কিমাননো কান্দি থাকিবা? শোক পাহৰি পেলোৱা। শোক কাৰ থাকিলে

বোপাই আৰু উভতি আহিবনে ? নিজৰ শৰীৰক কিয় ইমান দুখ দিয়া ?" এনেতে দুজন গৰখীয়া লৰি আহি খবৰ কলে, 'দুজন মানুহে পুখুৰীত সাতুঁৰিব লাগিছে ; আমি সিহঁতক ইমান বেলি মাতিলোঁ, তথাপি সিহঁতে মাতকে নিদিলে।" এই বাতৰি শুনি পদূলিমুখত থিয় হৈ থকা জনচেৰেক মানুহ পুখুৰীৰ পাৰলৈ লৰি গ'ল। গৈ দেখে যে শনিৰাম আৰু নৰেন সেই অঠাই পানীত কক্‌বক্ কৰিবলৈ ধৰিছে। পুখুৰীৰ পাৰত সকলোৱে চিঞৰ-বাখৰ লগালে, কিন্তু কোনোজন পানীত নামিবলৈ সাহ নকৰিলে। কথাতে কয় বোলে "যাৰ গৰু পোঁতত পৰে, সেয়েহে নেগুৰত ধৰে।" কথাষাৰ মিছা নহয়, ততালিকে মুকুন্দলৈ খবৰ পঠিৱা হ'ল। মুকুন্দ আহি কাণ্ড দেখি অবাক্। সকলোৱে শনি আৰু নৰেনক মাতিছেহে মাতিছে, কিন্তু কোনোৱে পানীত নামি সিহঁতক টানি আনিবৰ নিমিত্তে একো চেষ্টা কৰা নাই। মুকুন্দৰামে শনি আৰু নৰেনক তেনেকৈ থকা দেখি নিজৰ জীৱনৰ কথা পাহৰি গ'ল, আৰু "হে দয়াময় !" বুলি পুখুৰীত জাপ দিলে। কিছু দূৰ সাঁতুৰি গৈ শনিৰ এখন হাতত বলেৰে খামোচ মাৰি ধৰি মুকুন্দ লাহে লাহে পাৰৰ ফালে সাঁতুৰি আহিল। অলপ বেলিৰ পাচতে মুকুন্দই শনি আৰু নৰেনক পুখুৰীৰ পাৰত তুলিলে। কিন্তু দুয়োৰে গাত ত'ত নাই—শৰীৰ চেঁচা পৰি গৈছে।



পেট ওফন্দি উঠি ঢোল যেন হৈছে ! যিবোৰ মানুহে শনি আৰু নৰেনৰ পুখুৰী পাৰত শেষ অৱস্থা চাবলৈ আহিছিল, সিহঁতে দুয়োকো বেঢ়ি ধৰি হায়, যায় কৰিব ধৰিলে।

মুকুন্দ লৰি গৈ ওচৰৰ মানুহ এঘৰৰ পৰা জুই একুৰা আনি শনি আৰু নৰেনৰ গাত সেক দিবলৈ ধৰিলে। অলপ বেলিৰ মূৰত দুয়োৰে গাত তত আহিল, আৰু লাহে লাহে হুমুনিয়াহ কাঢ়ি উঠি বহিল। মুকুন্দই দুজনমান গঞাৰ সহায় লৈ দুয়োকে ঘৰলৈ লৈ গ'ল।

শনি আৰু নৰেন দুয়ো সম্পূর্ণ আৰোগ্য লাভ কৰিলে। ইমান দিনে মুকুন্দই বা আন কোনোৱে শনি আৰু নৰেন পুখুৰীৰ পানীত কিয় জাপ দিছিল নাজানিছিল বা সিহঁতক সেই কথা সোধাও নাছিল। এদিন ৰাতিপুৱা দুয়ো বন্ধু লগলাগি কিবা কথোপকথন কৰিছিল, এনেতে মুকুন্দ তাত উপস্থিত হ'লগৈ আৰু শনিক সুধিলে "শনি ! তুমি সিদিনাখন দুপৰীয়া পুখুৰীৰ পাৰলৈ কিয় গৈছিলা ?"

শনিৰ কোনো উত্তৰ নাই। এবাৰ মোমায়েকৰ মুখৰ পিনে চালে, চকু লোতকেৰে ভৰি পৰিল। থাকিব নোৱাৰি তলমূৰ হৈ পৰিল। মুকুন্দই আকৌ কবলৈ ধৰিলে, "ইপিনে তোমাৰ আয়েৰা পুত্ৰশোকত অধীৰ হৈ পৰিছে। তুমি জনাবুজা লৰা। তুমি সকলো ভাব

দূৰ কৰি তেওঁক সান্ত্বনা দিয়াৰ দূৰে থাওক তুমি নিজেই পগলা হৈ আত্মহত্যা কৰিবলৈ ওলোৱা ! ছি ! ছি !” মোমায়েকৰ কথা শুনি শনিয়ে উচুপি উচুপি কান্দিবলৈ ধৰিলে। নৰেন একলীয়াকৈ থিয় হৈ ৰলগৈ। মুকুন্দই আকৌ কবলৈ ধৰিলে, “কান্দিলে কি হব, শনি ! এতিয়া সকলো শোক এৰি পেলোৱাঁ ; কেনেকৈ তোমাৰ আয়েৰাৰ দুখ নিবাৰণ হয়, তাৰেহে চেষ্টা কৰা। তুমিতো এতিয়া নিচেই লৰা মানুহ নোহোৱা ? ময়ো অকলশৰীয়া মানুহ ; মইনো কোনপিনে কি কৰিম ? এতিয়া অ'ৰু তুমি পঢ়িবলৈ যাব নালাগে, ঘৰতে থাকাঁ, আৰু কোনো ঠাইত পালে চাকৰি এটা বিচাৰ কৰা।

শনিৰামে মনে মনে ভাবিলে “চাকৰি ? আকৌ সেই চাকৰি ? চাকৰিৰ মূৰত পদাঘাত !” শনি বাহিৰ ওলাই গুচি গ'ল। তাকে দেখি নৰেনো তাৰ পাচে পাচে গুচি গ'ল।

শনি আৰু নৰেনে বাটত যাওঁতে কেজনীমান তিৰোতাক লগ পালে। সিহঁতে নানা ৰকমৰ কথা পাতি পুখুৰীত গা-ধুবলৈ গৈছিল। নানা ৰকম কথাৰ ভিতৰত ধনীৰ অকাল-মৃত্যুৰ কথাটিও ওলাল। কোনোৱে বা এই কথাত দুখ প্ৰকাশ কৰিলে। কোনোৱে বা মুখভেঙাই সকলো কথাকে উৰাই দিলে। তাৰে ভিতৰতে এজনী তিৰুতাই মাত লগালে,—“বাইটি, দুখু বেটীয়ে



যেনে অহঙ্কাৰ কৰিছিল তেনে শাস্তি পালে। তাইৰ বৰ পুতেক ধনীৰামে ৰাজ-বিষয় পাইছে। শনিৰামে হেনো কিবা দৰমহা নে চৰমহা পাই কলেজত পঢ়িছে। তাইৰ যেন এটা শৰীৰ দুটা হৈছে। বাটেদি যাওঁতে তাইৰ ভৰিৰ দপ্ দপনিত আই বসুমতী ফাট দি পলাব খোজে ! তাইৰ অহঙ্কাৰ দেখিলে ভৰিৰ পৰা মূৰলৈ গাৰ নোম শিঁয়ৰি উঠে। এতিয়া বেটীৰ কপালত একো নোহোৱা হ'ল। তাই আমাক নামাতে, আমাৰ লগ নহয়, এতিয়া আৰু বেটী আমুকীৰ তালৈ নগলে থাকিব পাৰিব নে ?”

শনি আৰু নৰেন এই তিৰুতা কেইজনীৰ পাচে পাচে গৈছিল। মাতৃ-নিন্দা শনিৰ কাণত শেল সোমোৱা দি সোমাল। দুয়ো সিহঁতক পাছ পেলাই থৈ নৰেনৰ ঘৰত উপস্থিত হ'লগৈ।

———

## বিংশ আধ্যা

### নতুন বোৱাৰী

মৌজাদাৰ হাকিমে জয়মতীক হৰেনলৈ বিয়া কৰাই আনিবৰ পিচতে দুখু বিধৱাৰ ওপৰত হেম-টাঙোন ধৰি উঠিছে। দুখু বিধৱাৰনো কেনেকৈ কি অনিষ্ট কৰিব পাৰে, ধনী শনিৰ নো কেনেকৈ সৰ্ব্বনাশ হয়, মৌজাদাৰ হাকিমৰ দিন-ৰাতি তাৰেহে ধাউতি। শত্ৰুৰ প্ৰতিশোধ লব লগা হলে সেই কাম শত্ৰু ভাৱে নহয়, তাক মিত্ৰ ভাৱেহে কৰিব পৰা যায়। সেই নিমিত্তেই হাকিম ডাঙৰীয়াই ধনীৰামক আজি ইমান দিন এনেকৈ আদৰ-সাদৰ কৰি ৰাখিছিল। ধনীক নিজ পুত্ৰৰ নিচিনা ব্যৱহাৰ কৰিছিল। ধনীক নানা ৰকম প্ৰলোভন দেখাই ভুলাই ৰাখিছে। এদিন জয়মতীক হৰেনলৈ বিয়া কৰিবৰ নিমিত্তেই তেওঁ দুখুৰ প্ৰতি ইমান সদয় হৈ উঠিছিল। দুখুৰ দুখতে দুখী হৈ ধনীৰামক অযাচিত ভাৱে নিজ পুত্ৰৰ সলনি পুত্ৰ যেন ভাবি চাকৰি দিছিল। নহলে ইমান দিনে তেওঁ ধনীৰ চাকৰি শেষ কৰিলেহেঁতেন। কিন্তু আজি তেওঁ ধনীক নিজৰ ঘৰতে গোলামৰ নিচিনা কৰি লৈছে, আজি জয়মতীক নিজৰ হাততে পাইছে। তেন্তে দুখুৰ বাকী থাকিল কি ? বাকী থাকিল শনিৰাম। সিও যে নাবালক সিও যে পঢ়া



অৱস্থাতেই আছে। সি সংসাৰৰ আও ভাও কি বুজে ? মৌজাদাৰ হাকিমৰ দিনে-ৰাতি চিন্তা হ'ল "এই অস্ত্ৰ-বোৰেৰে এতিয়া কেনেকৈ দুখুক সৰ্ব্বস্বান্ত কৰোঁ ? দুখুক কেনেকৈ বাটৰ ভিখাৰিণী কৰোঁ ? কোন দিননো দুখু জ্বালা-যন্ত্ৰণাত তত নাপাই—কোনো ঠাইত কৰো আশ্ৰয় নাপাই নিসহায়া নিৰাশ্ৰয়া হৈ মোৰ ভৰিত দীঘল দি পৰেহি ?"

মৌজাদাৰ হাকিমে সকলো ঠিক-ঠাক কৰিলে। "মানুহ-ধৰা" সুযোগতে ধনীৰামৰ দোষ ধৰি তাক চাকৰিৰপৰা খেদি দিলে। তাৰ পিচত ধনীৰ মৃত্যু হোৱাত প্ৰথম মনোবাঞ্ছা পূৰ হ'ল—এফালে নিকনিক হ'ল—হাকিমে উশাহ পালে।

ইপিনে জয়মতীক বিয়া কৰাই আনিবৰ আজি দুবছৰ হ'ল! জয়মতীয়ে এই দুবছৰে মাকৰ ঘৰ কেনে-কুৱা তাক দেখা পোৱা নাই। দুখুৱে জয়মতীক নিবলৈ কতদিন মানুহ পঠালে, হাকিমক কত অনুৰোধ জনালে, কিন্তু হাকিমৰ সেই কথাত কাণ নাই। ধনীৰামে নিজে হাকিমক কত কাবৌ-কাকুতি কৰিলে, তথাপি জয়মতীক এবাৰ বন্দীশালৰপৰা মুক্তি নিদিলে। হৰেনেও বাপেকক খাটিলে, তথাপি মৌজাদাৰ হাকিম অচল-অটল ; তেওঁৰ কাৰো কথালৈ কাণ নাই। তেওঁ এবাৰ যি কৰোঁ বুলি অঙ্গীকাৰ কৰিছে, তাক কৰিহে তেওঁ ক্ষান্ত হ'ব।

জয়মতী দুখুৰ পেট-মোচা বৰ আদৰৰ ছোৱালী। সৰু কালৰপৰা মাকৰ বুকু-ভৰা আদৰ চেনেহত ডাঙৰ-দীঘল হৈ তাই আলাসৰ লাৰু যেন হৈ উঠিছিল। ধনী মৌজাদাৰৰ তালৈ আৰু শনিৰাম সদৰলৈ যোৱাৰ পিচত দুখুৰ একমাত্ৰ সাৰথি জয়মতীয়েই। জয়মতী ঘৰত এঘন্টা নোহোৱা হ'লে দুখুৰ মনত সেয়ে এদিন যেন লাগে; তেওঁ ইপিনে 'জয়া', সিপিনে 'জয়া' বুলি চাৰিওপিনে মাতি ফুৰে। যি জয়াক নেদেখিলে দুখু খন্তেক ৰব নোৱাৰে, সেই জয়াক মৌজাদাৰৰ হাকিমে বন্দীশালত বন্দী কৰি থলে। দুখুৰ প্ৰাণে জানো এইটো সয়? দুখু উত্ৰাৱল হৈ উঠিল। দিনে ৰাতি চকু-লো মচি ফুৰিবলৈ ধৰিলে। ভাত খাবলৈ বহি, জয়াৰ কথা মনত পৰিলে তেওঁ হুকুহুকৈ কান্দিব ধৰে; সেইদিনা আৰু তেওঁৰ ভাত খোৱা নহয়। কেতিয়াবা কেতিয়াবা ২।৩ দিন কান্দি কান্দি ভাত পানী নোখো-ৱাকৈ উপবাস খাটে। কাৰবাৰ মুখে ধনীয়ে বাতৰি পালে লৰি আহি মাকক নানা ৰকম প্ৰবোধ দি ভাত এমুঠি খুৱায়হি।

সিপিনে জয়মতীক বিয়া কৰাই নিবৰ পিচ দিনৰ পৰা মৌজাদাৰৰ হাকিম কাঠিৰ মূৰত বহিল—জয়মতীক পৰীক্ষা কৰিবলৈ। জয়মতীৰ নো ক'ত কি দোষাদোষ আছে, তাই কি কি কাজ কৰিব পাৰে বা নোৱাৰে,



তাইৰ আচাৰ-ব্যৱহাৰেই বা কেনে, এয়ে হ'ল হাকিমৰ পৰীক্ষাৰ প্ৰশ্ন। এইবোৰ প্ৰশ্নৰ উত্তৰ দিয়া চেনেহৰ আজলী জয়মতীৰ পক্ষে বৰ টান হৈ উঠিল। তেওঁ তাইক দিনে-ৰাতি নানা ৰকম গালি শপনি পাৰিবলৈ ধৰিলে।

জয়মতী এনেয়ে আদৰত বাঢ়ি উঠা ছোৱালী, কাজ-কামৰো সিমান আও-ভাও নাপায়, তাতে আকৌ এই নতুন সংসাৰ। জয়মতীৰ মনত হুৰেনৰ সংসাৰ তেনেই নতুন যেন লাগিল। তাই যিহকে কৰে তাতেই দোষ; য'লৈকে যায় তাতেই দোষ; কিবা কথা কলেও দোষ, চাৰিওফালে দোষেই—অদোষ হলে অলপো নাই। তেন্তে জয়মতী থাকে কেনেকৈ? জয়মতীয়ে চাৰিওফালে অন্ধকাৰ দেখিবলৈ ধৰিলে। চকু-লোৰে তাই বাট নেদেখা হ'ল। মনত অলপো সুখ-শান্তি নোহোৱা হ'ল। ৰাতিপুৱাৰ পৰা ৰাতি দুপৰলৈ কাম কৰি তত নাপায়; তাৰ পুৰস্কাৰ পায় অজস্ৰ গালি-শপনি, মাজে সময়ে কিলটো, ভুকুটো, আৰু উপবাস। একোদিন ৰাতি ভাত-পানী নোখোৱাকৈ তাই তেনেই পৰি থাকে; চকুত টোপনি নাহে, ওৰেৰাতি বিছনাত পৰি চট্‌ফট্‌কৈ উজাগৰে কটায়।

যিমানে দিন যায়, সিমানে জয়মতীৰ ওপৰত অত্যা-চাৰ বাঢ়িবলৈ ধৰিলে। গালি-শপনিৰপৰা লাহে লাহে

জয়মতীৰ ওপৰত পৰিলহি কিল-ভুকু। কেতিয়াবা ৰাতি মাৰ-কিলত তত নাপাই '-মাই ঔ, মাই ঔ, ককাই ঔ, মোকনো তইঁতে কি কৰিলি।" বুলি চিঞৰিবলৈ ধৰে। তাইৰ ইননি-বিননি কান্দোন গগন ভেদি উঠে! তাকে শুনি ৰাতি দুপৰতো ওচৰ-চুবুৰীয়াবোৰ তালৈ "কি হৈছে, কি হৈছে" বুলি লৰি আহে আৰু 'হায়, হায়, হায়, ছিঃ, ছিঃ' কৰি উভতি যায়হি। জয়মতীৰ ভাতপানী বন্ধ হ'ল। দিনে দিনে শুকাই-খীণাই যাবলৈ ধৰিলে। ৰাতি বিছনাত পৰি ভাবে, "এনেকৈ কিমান দিন থাকিম? আৰু সহ্য নহয়, যাওঁ যি হয় হব।" কিন্তু পিচ মুহূৰ্ত্ততে আকৌ ভাবে, "নহয়, পলাই গলে মোক কোনে ৰাখিব? কোনে চাব? আজিতো মোৰ সেই ধনী ককাই নাই!"—এই বুলি কৈয়ে হুক্‌হুকৈ কান্দিবলৈ ধৰে। কান্দি কান্দি চকু-যুৰি ধুল্‌ধুলীয়া কৰে, তথাপি কান্দোনৰ অন্ত নাই। আকৌ ভাবে "পলাই যাম, নানা দুৰ্গতি হব, ইহঁতে নানা ৰকম কুযশ ৰটিব। ইপিনে নিজ বংশ কলঙ্কিত হব—পিতৃ-মাতৃৰ নাম ডুবিব। হে প্ৰভু! এই অবলা নাৰীৰ প্ৰতি অলপ সদয় হোৱাঁ, নহলে এই জীৱন আৰু নসয় প্ৰভু! তুমিনো মোৰ কপালত ইয়াকেহে লিখিছিলা নে? সৰুতে পিতৃ-স্নেহৰ পৰা বঞ্চিত কৰিলা, তাৰ পিচত মাতৃ-স্নেহৰ পৰা আঁতৰালা, শেষত ভাতৃ-স্নেহৰো মূৰ



মাৰিলা। অভাগিনী, অনাথিনী হলোঁ প্ৰভু! উদ্ধাৰ কৰাঁ!"

* * *

ইমানতো মৌজাদাৰ হাকিম ক্ষান্ত নহ'ল। তেওঁ জয়মতীৰ যিমানেই দুখ দেখা পালে সিমানেই তেওঁ সন্তোষহে পালে। হাকিমে দুখু বিধৱাৰ প্ৰায় সম্পূৰ্ণ প্ৰতিশোধ ললে, কেৱল অলপ বাকী। শেষত হুকুম দিলে—দুখুৰ ঘৰলৈ কোনো যাব নোৱাৰে। এনেকি, "হৰেন! তয়ো তালৈ নাযাবি, সাৱধান।"

---

# একবিংশ আধ্যা

## শেষ-শান্তি

জয়মতীৰ ওপৰত মাৰ-কিলৰ অত্যাচাৰ-উৎপাতৰ কথা দিনে দিনে দুখুৰ কাণত পৰিব ধৰিলেগৈ। দুখুৰ অন্তৰ ভাগি গ'ল। দুখুৰ স্বামী-শোক পুনৰাই জাগি উঠিল। দুখু বাউলী হৈ উঠিল; চকুলোৰে বাট নেদেখা হ'ল। একোদিন শনিৰামে মাকৰ কান্দোন সহ্য কৰিব নোৱাৰি নিজৰ মনক নিজে প্ৰবোধ দি জয়মতীৰ খবৰ লবলৈ যায়গৈ। কিন্তু হাকিমৰ ৰাজ-হাউলিলৈ যায় কেনেকৈ? তালৈকে যাবলৈ মানা। কাজেই বেচেৰাই একো উপায় নাপাই এজন সৰু লৰা বা এজনী সৰু ছোৱালীক ওচৰলৈ মাতি আনি নানা ৰকম খোৱা বস্তুৰ লোভ দেখাই সিহঁতক "আইটীৰ আগত মই অহা বুলি কাণে কাণে কবি" বুলি কৈ ভিতৰলৈ জান দিলে। জয়মতীয়েও ছেগ বুজি পদূলি মুখলৈ আহি বেৰাৰ মাজেদি বা ওপৰেদি ককায়েকৰ আগত চকু-লো টুকি টুকি মাকৰ কথা, ঘৰৰ কথা সোধেহি। শনিৰামে কেতিয়াবা তামোল এখন, কেতিয়াবা বা কিবা খোৱা বস্তু অলপ জয়াৰ হাতত দি চকু-লো টুকি ঘৰলৈ ঘূৰি মাকৰ আগত "জয়া ভালে আছে, কোনো চিন্তা নাই" বুলি মাকক প্ৰবোধ দিয়েহি।



কাতি মাহ। গাঁৱৰ মাজৰ বাটবোৰৰ পৰা তেতিয়াও পানী-পোঁত গুলাই যোৱা নাই—যিপিনেই যোৱা যায় সেই পিনেই পানী-পোঁত হুল-জোঙ। ঘৰৰ ওচৰৰ গোবৰ জাবৰ, চুৱনি-পোতনি সকলো ইমান দিনে পানীত তলগৈ থাকি পচি-সৰি দুৰ্গন্ধময় হৈ পৰিছে। এনেতে চাৰিওফালে গাঁও-ভূঁইবোৰত হাইজা মহামাৰি মহামূৰ্ত্তি ধৰি বিয়পি পৰিলহি। মানুহৰ মন ভয়ত কঁপি উঠিল। দিনে দিনে একোখন গাঁৱত ১০।১২ জনকৈ মানুহ মৰিবলৈ ধৰিলে; ভয়ত মানুহৰ মুখ শুকাই গ'ল। ওচৰত নাই ডাক্তৰ, নাই কবিৰাজ, নাই ওজা, নাই কোনো চিকিৎসাৰ বন্দোবস্ত। ডাঙৰ ডাঙৰ ধনী মানী সকলে হয়তো সুদূৰ ঠাইৰপৰাও টকা ভৰি ডাক্তৰ কবিৰাজ নিছে আৰু ৰোগীৰ চিকিৎসা কৰাইছে। কিন্তু সেই ভাগ্য মিলে কেইজনৰ? কাজেই বিনা চিকিৎসাত, বিনা যত্নত দিনে ৰাতি অলেখ মানুহ মৰিবলৈ ধৰিলে। একোখন ঘৰত এটাইকেইজন হাইজাত পৰি "পানী, পানী" কৰি সিপুৰিলৈ যাত্ৰা কৰিছে, তথাপি সিহঁতক পানী এটোপা দিওঁতা নাই। দিবই বা কোনে? যি দুই চাৰিজন আছে সিহঁতো ভয়তে ঘৰৰ ভিতৰত সোমাই থাকে। ৰৱ টানত পৰিলে দিনত পদূলি মুখলৈ আহে, তাৰ পৰা আৰু বাহিৰ নোলায়। ৰাতিৰতো কথাই নাই। একোখন গাঁও, গাঁও বুলিব নোৱাৰি; শ্মশান শ্মশান

যেন বোধ হয়। তাত নাই কোনো সাৰি-শব্দ, নাই কোনো হাই-উৰুমি, নাই কোনো প্ৰাণীৰ সমাগম।

শনিৰাম ভাতৃ-শোকত পগলা হ'ল। দিনৰ দিনটো ক'ত খায়, ক'ত ফুৰে, ক'ত থাকে তাৰ সীমা নাই। মাকৰ হাক-বচন, কান্দোন-কাটোন শুনি একোবাৰ ঘৰবাৰ পৰা ফুৰি ফুৰি আহি কাঠিৰ মূৰত মনে মনে বহি থাকেহি। মাক অলপ শান্ত হলেই ইছল-সিছলকৈ আকৌ নৰেনৰ লগ লৈ যতে ইচ্ছা ফুৰি ফুৰে গৈ।

শনিৰাম শিক্ষিত জ্ঞানী ডেকা লৰা। তেওঁ নিজৰ ভাৱনাতে তত নাপায়; তাতে আকৌ দেশজুৰি এই হাহাকাৰ। চকুৰ আগতে বিনা শুশ্ৰূষাতে, বিনা চিকিৎসাতে অলেখ মানুহ মৰিব ধৰিছে তথাপি তাৰ কোনেও একো ব্যৱস্থা নকৰে দেখি তেওঁৰ মনে কান্দিব ধৰিলে। তেওঁ নৰেনৰ বাপেকক কত কাবৌ-কাকূতি কৰি নৰেনক লগত লৈ গাঁৱে গাঁৱে ঘূৰি ফুৰিবলৈ ধৰিলে—উদ্দেশ্য —এটা ভঁড়াল খোলা। তেওঁ ভাবিলে যে অলপ টকা গোটাই সদৰৰপৰা এজন ডাক্তৰ অন্ততঃ ১।২ সপ্তাহৰ নিমিত্তে আনিব পাৰিলেও কিজানি ২।৪ জন মানুহ ৰক্ষা পৰে। কিন্তু হয় কেনেকৈ? য'লৈকে যায়, ত'তেই "ক'ত হাইজা দিবলৈ আহিছে অ" বুলি দূৰ দূৰ, ছেই ছেই। কেবাদিনো ঘূৰি ফুৰি এটা কণা-কড়িও আনিব নোৱাৰিলে। শনিৰ মনত বৰ ধিক্কাৰ লাগি নিজে নিজে কবলৈ ধৰিলে—"ধেত্ এয়ে সংসাৰ! এয়ে গাঁৱলীয়া সমাজ! যাকে নেকি সমাজ-নেতা, যাকে নেকি গাঁৱৰ মুখিয়াল বুলি ভাবোঁ সেয়ে এনেকুৱা স্বাৰ্থপৰ? এনেকুৱা হিংসুক? যা নালাগে আৰু যেয়ে য'তে পাৰ ত'তে মৰ গৈ।" তথাপি শনিৰ মনত শান্তি নাই। তেওঁ ইঘৰলৈ যায়, সিঘৰলৈ যায় আৰু যাকে যি পাৰে তাকে পানী টোপা, কথাষাৰ দি ঘূৰি ফুৰে। শনিৰ কাণ্ড-কাৰখানা দেখি মাকৰ তত নাই। মাকে তেওঁক কত বাধা দিলে, কত কাবৌ কৰিলে, তথাপি যি শনি—শনিক শনিগ্ৰহে পালে। তেওঁৰ মনত দিন-ৰাতি নোহোৱা হল। কেতিয়াবা কেতিয়াবা কাকো নাপালে অকলে অকলে মৰা-শ দাঙি মৰি-শালীলৈ লৈ যায় আৰু তাৰ শেষ সতকাৰ কৰেগৈ। লাহে লাহে শনিয়ে মাকৰো খবৰ লবলৈ এৰিলে—তেওঁক মানুহেই, নে সন্যাসীয়েই, নে কিবা ভূতেই—চিনি নোপোৱা হ'ল।

হাইজা বেমাৰে গাঁওবোৰ শ্মশান যেন কৰিলে। এদিন প্ৰায় ৯ মান বজাত শনিৰাম কৰবাত ঘূৰি ফুৰি ফুৰি আমাৰ পূৰ্ব্ব পৰিচিত সেই পুখুৰী পাৰত এজোপা গছৰ তলত কিবা-কিবি ভাবি অকলে বহি থাকিল গৈ। তেওঁ একোবাৰ বা পুখুৰীৰ ফালে চাইছে আৰু হা-হুমনিয়াহ কাঢ়িছে। একোবাৰ মহাশ্মশানৰ ফালে চাইছে

আৰু চকু-লো টুকিছে,—কেতিয়াবা গুণ্ গুণ্ কৈ কিবা কিবা গীত গাইছে। এনেতে পুখুৰীলৈ দুজনী তিৰোতা গা ধুবলৈ আহিল। সিহঁতে শনিক দেখা পোৱা নাছিল; শনিয়েও সিহঁতক লক্ষ্য কৰা নাছিল। সিহঁতে নিজ ইচ্ছামতে লৰালৰিকৈ গা-মূৰ ধুই কলহত পানী ভৰাই যাবলৈ ওলাইছে, এনেতে শনিহঁতৰ ওচৰ-চুবুৰীয়া বুঢ়ী এজনী কাষত কলহ এটি লৈ হেফাই ফেফাই আহিল। তেওঁ আগৰ দুজনী তিৰোতাক যাবলৈ ওলোৱা দেখি দূৰতে বাধা দি কবলৈ ধৰিলে—"হেৰা মাইহঁত, ময়ো একেলগে যাওঁ, অলপ পৰ বাট চোৱা।" সিহঁতে উত্তৰ দিলে—"তুমি আহি থাকাঁ, আমি যাওঁ; বহুতো পলম হৈছে।"

বুঢ়ী—মোৰ শপত লাগিব; মাইহঁত ৰবাচোন ৰবা। মোৰ অকলে যাবলৈ ভয় লাগে, তোমালোক অহা দেখিয়েই ময়ো আহিছোঁ। মোক এৰি নাযাবা। আজি শনিৰ মাকৰো হাইজা হৈছে।"

তিৰোতা দুজনী উচপ্ খাই উঠি সুধিলে "কাৰ কি হৈছে?"

বুঢ়ী—শনিৰ মাকৰ হাইজা হৈছে। পুৱা-ৰাতিৰেপৰা হুকহুককৈ বতিয়াব ধৰিছে। ঘৰত পানী এটোপাকে দিওঁতা কোনো নাই। সেই শনি পগলাটোও কৰবালৈ গুচি গৈছে। হে প্ৰভু ঈশ্বৰ, তুমিহে জানা।



বুঢ়ীৰ কথা শুনি সিহঁতৰ গা কঁপি উঠিল; মুখ শুকাই টেমি যেন হ'ল। সিহঁতে "হে আই, তেনে-হলে তুমি আহাঁ" বুলি ঘৰৰ ফালে বেগ দিলে। বুঢ়ী জনীয়েও থৰকৃবৰকৃকৈ পানী কলহ ভৰাই লৈ সিহঁতৰ পাচে পাচে বেগ দিলে।

বুঢ়ীৰ কথা শুনি শনিৰ ধ্যান ভাগিল। তেওঁ উচপ্ খাই উঠি—"কি মাইৰো হাইজা হৈছে?" বুলি ঘৰলৈ লৰ দিলে। ঘৰলৈ আহি দেখে যে মাকৰ আধ্যা পৰিছে—দুখুৰ প্ৰায় অন্তিম কাল উপস্থিত। শনিৰ চুলিৰ আগেদি জীউ গ'ল। তেওঁ বাকচ্‌বোৰৰ ইটো মেলিলে, সিটো মেলিলে; কিন্তু কতো একো ঔষধ-পাতি নাপালে। ইপিনে ঘৰতো কোনো দ্বিতীয় মানুহ নাই। যিবা নৰেন আছিল, তাকো লগ ধৰিব নোৱাৰে। ওচৰতো ডাক্তৰ কবিৰাজ কোনো নাই। বেচেৰাই একো উপায় নাপায় বাৰীৰ পৰা কিছুমান কিবা গছৰ ছাল-পাত আৰু কেইটামান সৰিয়হ আনি সকলোকে বটি মাকৰ মূৰত ভৰণ দিলে, আৰু মাকৰ গাতে হেলান দি বহি মাকৰ মুখৰ পিনে চাই কান্দিবলৈ ধৰিলে। মাকৰ গাত তত নাই—মাজে মাজে একোটা হুমুনিয়াহ পেলাই নুফুটা মাতেৰে চেচাই চেচাই কয়—"বাপা! পা—নী,—পা—নী"।

শনিৰামে চিকিৎসাৰ কোনো উপায় নেদেখি মাকৰ মুখত অলপ অলপ পানী দিলে; মাকেও তাৰে এঢোক

খাই শনিক কলে, "বা—পা—জ—য়া" আৰু কপালত হাতখন থয় !

অলপ পাচতে ১১ মান বজাত দুখু বিধৱা, পাৰি গাঁৱৰ সাধ্বী-সতী আৰ্হি-তিৰুতা দুখু ইহ জীৱন সামৰি স্বামী-শোক পুত্ৰ-শোকেৰে ভৰা এই সংসাৰ এৰি শান্তিৰ চিৰৰাজ্য সিপুৰীলৈ যাত্ৰা কৰিলে ! দুখুনী দুখুৰ ঘৰ অন্ধকাৰ হ'ল। শনিৰ অন্তৰ ফাটি গ'ল। মূৰ কপালত দুটামান ভুকু মাৰি—"মাই ঔ, মাই ঔ" বুলি মাকৰ গলত সাৱট মাৰি ধৰি গগন ভেদি কান্দোনৰ বোল তুলিলে। শনিৰ কান্দোনত বনৰ পশু পক্ষী চৰাই-চিৰ্কতিয়েও যেন সহানুভূতি দেখুৱালে।

শনিৰামে কান্দি কান্দি চকু ঔ যেন কৰি চাৰি মান বজাত কোনোমতে মাকক ঘৰৰ পৰা বাহিৰ উলিয়াই বাৰীৰ চুকলৈ টানি নিলে আৰু তাতেই চিতা সাজি পেলালে। দুখুৰ দেহা খন্তেকতে পুৰি ছাই হ'ল। গধূলি নৰেনে দুখুৰ মৃত্যুৰ কথা শুনি কান্দি কান্দি শনি-ৰামক সিহঁতৰ ঘৰলৈ লৈ গ'লহি।

পিচদিনা ৰাতিপুৱা ৮ মান বজাত শনি আৰু নৰেন দুয়ো চকু-লো মচি মচি বাটৰ ফালে ওলাই আহিল। এনেতে কোনোবা এজনে শনিক খবৰ কলেহি— "আজি জয়াৰো হাইজা হৈছে নহয় নে ? মৌজাদাৰৰ ঘৰতে ২।৩ জন চাকৰ-চাকৰণীৰো



হাইজা আৰম্ভ হৈছে ! গাঁৱত একেবাৰেই তোল-পাৰ লাগি উঠিছে।"

শনিৰ আৰু বাকী থাকিল কি ? মাতৃ-শোকত অধীৰ হৈ চকু-লোৰে বাট নেদেখা হৈ আছে, তাতে আকৌ এই খবৰ ! শনিৰ মূৰত বজ্ৰপাত হ'ল ! নৰে-নক তাতেই এৰিথৈ তেওঁ মৌজাদাৰ হাকিমৰ ঘৰলৈ লৰ দিলে। গৈ দেখে যে নঙলা-মুখতে মৌজাদাৰ হাকিম মহামূৰ্ত্তি ধৰি কিবাকিবি ভাবি থিয় হৈ আছে ! শনি থত্ মত্ খাই নঙলাত থিয় হৈ ৰল গৈ ! যি মৌজাদাৰে এদিন শনিক চকু ৰঙা কৰি "তই মোৰ নঙলাতে নুঠিবি; উঠিলে হেন কৰিম, তেন কৰিম" বুলি ভয় দেখাইছিল, আজি সেই মৌজাদাৰৰ আগতে কেনেকৈ শনি তেওঁৰ ভিতৰ-ঘৰলৈ যায় ? শনিৰামক দেখি মৌজাদাৰ হাকিম এখোজ-দুখোজকৈ ভিতৰ সোমালগৈ !

ভিতৰ-ঘৰত জয়মতীয়ে "পানী, পানী" বুলি চট্‌ফট্ কৰিবলৈ ধৰিছে। মাজে সময়ে "মাই, মাই ! কলৈ গলি ? ককাই, ককাই ! এবাৰ দেখা দে" বুলি আয়ো-বিয়োকৈ চিঞৰিবলৈ ধৰিছে। এনেতে কোনোৱা এজনী তিৰোতা নঙলা মুখলৈ গৈ দেখে যে শনিৰাম চকু-লো মচি নঙলা মুখত বহি আছে। তেওঁক দেখি তিৰোতা জনীয়ে কব ধৰিলে "বোপাই ! এবাৰ

ভিতৰলৈ যা অ'। আয়ৌ! জয়মতীয়ে তোক চাওঁ চাওঁ বুলি মাতিব ধৰিছে। যা বোপাই! এবাৰ যা! এতিয়া আৰু সেইবোৰ শতুৰ ভাব ৰাখিলে হয় নে বাছা! হাজাৰ হওক একে মগুহ, যা বাছা এবাৰ যা, তাই ককাই, ককাই বুলি চিঞৰিবলৈ ধৰিছে।"

শনিয়ে জ্বালা-যন্ত্ৰণাত তত নাপাই পুৰি মৰিব ধৰিছে; তাতে আকৌ এই জ্বালা জুইত ঘিঁউৰ ছিটনি! প্ৰাণে সয়নে? সকলো কথাকে কাতি কৰি থৈ এখোজ দুখোজকৈ তেওঁ আগ-চোতাললৈ গৈ শুনে যে জয়মতীৰ আৰু বেছি সময় নাই। তেওঁ শিলৰ মূৰ্ত্তিটোৰ দৰে তাতেই থিয় হৈ ৰ'ল গৈ; কোনেও তেওঁক মাত এবাৰকে নিদিলে! জয়মতীয়ে "ক—কা—ই—পা—নী" বুলি এই দুখময়, যন্ত্ৰণাময় সংসাৰ পৰিত্যাগ কৰি অতি চেনেহৰ সৰু ককায়েক শনিৰামক শোক সাগৰত পেলাই থৈ য'ত চিৰশান্তি বিৰাজ কৰে, য'ত জ্বালা-যন্ত্ৰণা নাই, য'ত সংসাৰৰ কোনো অনাচাৰ-অত্যাচাৰ নাই, সেই অময়া-পুৰীলৈ প্ৰস্থান কৰিলে!

শনিৰামে "জয়া" বুলি বুকুত ভুকু এটা মাৰি মাটিতে অচেতন হৈ বাগৰি পৰিল!

---

# দ্বাবিংশ আধ্যা

## দুই বন্ধু

ৰাতি প্ৰায় ৮ মান বাজিছে। সকলো ঘৰতে সন্ধ্যাৰ চাকি জ্বলিছে। গিৰিহঁতে নিজ নিজ গৃহ-দেৱতাৰ পূজা আদি কৰিছে। ৰান্ধনী আইসকল ৰান্ধনি ঘৰত সোমাইছেগৈ; এনেতে শনিৰাম আৰু নৰেন্দ্ৰনাথ ফুৰি ফুৰি ঘৰত উপস্থিত হ'লহি। নৰেনে ততাতৈয়াকৈ চাকি এটা লগাই আনিলে আৰু নিজৰ শোৱা কোঠালীত সোমাই দুয়ো ওচৰাওচৰিকৈ বহি কথা পাতিলেগৈ। কোঠালীটোৰ দুৱাৰ-খিড়িকী যি আছিল সকলো জপাই দিলে। দুয়ো বন্ধুৱে নানান ৰকম কথা পতাৰ পিচত শনিৰামে হুমুনিয়াহ এটা কাঢ়ি নৰেনক কলে; "ভায়া! কিমান দিন আৰু এনেভাৱে থাকিম? সংসাৰৰ জ্বালা-যন্ত্ৰণাই শৰীৰ মন জৰ্জ্জৰিত কৰিলে। পিতা ঢুকাল, আই ঢুকাল, যিবা নিজৰ বুলিবৰ ভনীজনী আছিল তাৰো ভিকাছন মৰিল! আৰু শনিৰ আছে কি? জীৱনৰ প্ৰতি মৰম-বেথা নোহোৱা হ'ল। সংসাৰ অসাৰ যেন লাগিছে, এতিয়া উপায় কি?"

নৰেনে বহু বেলি ভাবি-চিন্তি কিবা কব খুজিছিল, এনেতে নৰেনৰ বাপেকে মাত দিলেহি—"নৰেন! তহঁত

তুয়ো তাত বহি বহি কি কৰিছ ? ভাত খাবৰ হৈছে, তুয়ো উঠি আহ ।” নৱেনৰ শনিৰ প্ৰশ্নৰ উত্তৰ দিয়া নহ’ল—মনৰ কথা মনতে থাকিল । ভাবি-চিন্তি নৱেনে শনিক ভাত খাবলৈ যাবৰ নিগিত্তে অনুৰোধ কৰিলে। শনিয়ে কলে,—“ভায়া ! মোৰ অলপো ভোক নাই, পেট পুৰ হৈ আছে । তুমি খোৱাগৈ ।”

নৱেনে নানা ৰকম আপত্তি দেখাই কলে—“ভায়া ! তুমি যদি নোখোৱা তেন্তে মোবো খোৱা নহব ।” তথাপি শনিৰ মন নুঘূৰিল । এই কথাৰ খবৰ পাই নৱেনৰ বাপেক নিজে আহি শনিৰামক নানা ৰকমে বুজাই বৰাই কলে, তথাপি শনি কোনো-মতেই মান্তি নহ’ল । কিন্তু এজন বন্ধু অনাহাৰে থাকিব, এনেস্থলত নৱেনে আহাৰ কৰে কেনেকৈ ? কাজেই নৱেনবো খোৱা নহ’ল । তুয়ো একেখন ঢাৰি-পাটিত শুই থাকিল । অলপ বেলিৰ পিচতে নৱেন টোপনিত বিতত হ’ল ; কিন্তু শনিৰ টোপনি নাহিল, পাটিত পৰি চট্ ফট্ কৰিবলৈ ধৰিলে । শনিয়ে কেৱল ভাবিলে—কি ভাবিলে আদি অন্ত নাই । তুই মান বজাত তেওঁ এবাৰ বাহিৰলৈ ওলাই আহিল। কৃষ্ণ পক্ষৰ জোনে পূব আকাশত ভুমুকি মাৰিছেহি ; গোটেই-খন পৃথিৱী ধোঁৱাবৰণীয়া হৈ পৰিছে । দূৰৈৰ গছ-গছনিবোৰ কুঁৱলীয়ে ঢাকি পেলাইছে । প্ৰকৃতি দেবী একে-বাৰেই নিস্তব্ধ । কোনো পশু-পক্ষীৰ মাত নাই ।



সকলো টোপনিৰ কোলাত আতুৰ হৈ পৰিছে । কেৱল মাজে মাজে নিয়তি চৰায়ে “বৌ উঠ, বৌ উঠ, নিউ, নিউ” কৈ মাতি সেই গভীৰ ৰাতিৰ নিস্তব্ধতা ভেদ কৰিছে । নৱেনৰ ঘৰতো সকলো মানুহেই টোপনিত আতুৰ হৈ পৰিছে । শনিৰাম বাহিৰৰ পৰা কোঠালীত সোমালহি আৰু বহি বহি আকৌ কিবকিবি ভাবিব ধৰিলে । তেওঁ লাহে লাহে চাকিটো লগালে আৰু এডোখৰ কাকত উলিয়াই লিখিলে “নৱেন ভায়া !” লিখি উঠি মচি পেলালে । আকৌ লিখিলে “প্ৰাণবন্ধু নৱেন !’ লিখি উঠি তাকো মচিলে । আকৌ লিখিলে “প্ৰাণবন্ধু নৱেন ! এই শেষ বিদায় ! ভবিষ্যতে তোমাক পুনৰাই দেখা পাবৰ আশা নাই । কিবা দোষ থাকিলে ক্ষমা কৰিবা, ভায়া এতিয়া বিদায়হে—চিৰ বিদায় ।

তোমাৰ—শনি’

চিঠি সমাপ্ত কৰি তেওঁ নৱেনৰ হাতৰ মুঠিত কাকত খনি লাহেকৈ সুমাই থলে আৰু বহি বহি আকৌ ভাবিবলৈ ধৰিলে । শনিয়ে আকাশ-পাতাল বিশ্ব-ব্ৰহ্মাণ্ড খন মনতে ভাবিলে আৰু মাজে মাজে চকু-লো টুকিলে। ভাবনা-সাগৰত পৰি কক্-বক্ কৰি গদ্ গদ্ মাতেৰে তুফাঁকি পদ গালে :—

"অসাৰ সংসাৰ ভাই,          ইয়াত সকাম নাই
মোহময় মায়াময় সকলো মাথোন ।

*          *          *

*          *          *

*          *          *

চকু, কাণ, নাক যাব,          হাড়, ছাল সাং হব
মাটিৰ মানুহ তুমি মাটিত মিলিবা ;
অবিনাশী নিত্যধন,          অমৰণ অভগন,
অনন্ত উন্নতিশীল আতমা জানিবা ।"

তেনেহলে এই জীৱনৰ সকাম কি ? এই মায়াময় সংসাৰত থাকোঁ কিয় ? পিতা গ'ল, আই গ'ল ককাই গ'ল, ভনীজনীও গ'ল । তেন্তে থাকিল কি ? মোৰ আৰু আছে কোন ?" তাৰ পিচতে শনিৰামে হুকহুকৈ কান্দিবলৈ ধৰিলে । আকৌ গদ্‌গদ্‌কৈ কলে—"যাওঁ, ইয়াত আৰু সকাম নাই ! সেই নিৰ্জ্জন বনলৈ যাওঁ—য'ত সংসাৰৰ দুষ্ট বায়ু প্ৰৱেশ নকৰে, য'ত শান্তিৰ শীতল ছাঁয়া বিৰাজ কৰে তালৈকে যাওঁ ঃ—

সংসাৰৰ গীত বাদ্য, কপটতা সুৰ,
নাবাজে কাণত আৰু সুললিত মোৰ ;—
বনৰ বিহগ-গান, শুদ্ধ তাল-মান,
শুনি তুষ্ট হব মোৰ মুকলি পৰাণ ।



সুশীতল তৰুতল আৰু কুঞ্জবন,
বিধাতা কল্পিত বহা বৈৰাগী কাৰণ,
শোভিছে আপোনমনে, লাগিছে প্ৰাণত,
নকৰোঁ পলম আৰু সংসাৰ হাটত ।

কিন্তু ঘৰৰ পৰা কেনেকৈ যাওঁ ? জানোবা কোনোৱাই দেখা পায় ?"—এই ভাব শনিৰ মনত ক্ৰমান্বয়ে প্ৰবল হৈ উঠিল । শনি বাহ্যজ্ঞানশূন্য হৈ পৰিল । এনেতে শুনিবলৈ পালে যেন কোনোৱাই তেওঁক 'আঁহা আঁহা' বুলি মাতিবলৈ ধৰিছে ।

শনি শোৱাপাটিৰপৰা জাপ মাৰি নামিল । নৰেনৰ মুখৰ ওপৰতে মুখখন থৈ চুমা এটি খাই কলে,—"নৰেন ! তুমি মোৰ চিৰলগৰীয়া ; কিন্তু ভায়া ! আজি তোমাৰ ওচৰত চিৰবিদায় ললোঁ ! বিদায় বিদায়, বিদায় !!" এই বুলি কৈ লাহে লাহে ঘৰৰ পৰা ওলাই "হে দীনবন্ধু ! দয়াময় হৰি ! অগতিৰ গতি ! উপায় দিয়া, ৰক্ষা কৰা !" বুলি কৈ তেওঁ কোনোবা ফালে গুচি গল । গভীৰ এন্ধাৰ ৰাতি । কোনফালে যাব তেওঁ একো ঠিক কৰিব নোৱাৰিলে । কলৈ যাব তাৰো সীমা নাই । কাজেই ভৰি যেনি গ'ল তেনি বেগ দিলে ।

*          *          *

*          *

ৰাতিপুৱা নৰেনে শুই উঠি দেখিলে—শনিৰাম বিছ-নাত নাই। তেওঁ বাহিৰলৈ ওলাই আহি শনিৰামক কেৰাবাৰো মাতিলে, কিন্তু কোনো উত্তৰ নাপালে। ঘৰৰ মানুহক শনিৰ কথা সুধিলে। কোনেও একো কব নোৱাৰিলে। নৰেন দুখুৰ মৰিশালীলৈ লৰি গৈ তাতো শনিক বিচাৰিলে, কিন্তু তাতো যে শনি নাই! নৰেন আচৰিত আৰু অবাক হ'ল। এঘন্টা দুঘন্টাকৈ দিনটো গল, তথাপি শনিৰ দেখা-দেখি নাই। ৰাতি আহিল দিন গল, আকৌ দিন আহিল, তথাপি শনিৰ কোনো খবৰ নাই। শনিক নেদেখি নৰেন বাউল হৈ পৰিল, আৰু "শনি, শনি" কৰি গাঁৱে গাঁৱে, চহৰে চহৰে শনিক বিচাৰি ফুৰিবলৈ ধৰিলে—কিন্তু শনিৰ ক'তো বাতৰি পোৱা নগ'ল।

মাহৰ পিচত মাহ গ'ল। বছৰৰ পিচত বছৰ পাৰ হৈ গ'ল—তথাপি শনিৰ কতো খবৰ পোৱা নহ'ল। নৰেনৰ কেৱল শনিক বিচৰাই ধাউতি—দিনে ৰাতি কেৱল শনিক বিচাৰিলে! যি ফালেই যায় সেই ফালৰ পৰাই নৰেন শনিৰ খবৰ নাপাই হতাশ হৈ আহিল, তথাপি তেওঁ পাচ হোঁহকা নেমাৰিলে। কেৱল বিচাৰিলে শনিক! শনিৰ নিমিত্তে নৰেনৰ নকৰা কাম, নোযোৱা ঠাই নোহোৱা হ'ল। হাবিয়ে-বননিয়ে' পৰ্ব্বতে-পাহাৰে নৰেনে কেৱল বিচাৰিলে শনিক।



এদিন ফুৰি ফুৰি নৰেন হঠাৎ পৰ্ব্বতৰ ওচৰৰ ডাঠ হাবি এখনত উপস্থিত হ'লগৈ। হাবি বননিৰ ঠিক মাজতে গছ-গছনিৰে ভৰা এখন সুন্দৰ সেউজীয়া পথাৰ। মনোৰম ঠাই। গছে-গছে, লতাই-লতাই, নতুন পাত নতুন ফুল জক্‌মক্ কৰিছে। ফুলৰ গোন্ধত গোটেই খন হাবি আমোদিত হৈছে। তাতে আকৌ ৰিব্‌ৰিব্‌কৈ জুৰ মলয়া বৈছে। গছৰ ডালত পৰি শালিকা, সখিয়তী, ধনেশ আদি নানান চৰায়ে খেলিমেলিকৈ গীত গাইছে। প্ৰাকৃতিক সৌন্দৰ্য্য দেখি নৰেনৰ ভোকপিয়াহ নোহোৱা হ'ল। নৰেনে এখোজ দুখোজকৈ গছৰ তলে তলে ফুৰি ফুৰিবলৈ ধৰিলে।

এই মনোৰম পথাৰখনৰ একোণত এজোপা বৰ গছ। তাৰ অসংখ্য ঠাল-ঠেঙুলিয়ে বহুদূৰ ব্যাপি অসংখ্য বনৰীয়া পশু-পক্ষীক শীতল ছায়া প্ৰদান কৰিছে। সেই ছাঁয়াতেই এজন জীৰ্ণকায় পুৰুষ পূব-মুৱা হৈ পদ্মাসনত বহি ধ্যান কৰি আছে—কোনো বাধা নাই, বিঘিনি নাই। অসংখ্য বনৰীয়া হিংস্ৰক জন্তু সেই-পিনে আহিছে, গৈছে; তথাপি সিহঁতৰ কোনো হিংসা-ভাব নাই। সন্ন্যাসীজনৰ কোনো ফালে দৃষ্টি নাই, চকু মুদি কেৱল ধ্যান কৰিছে। তেওঁৰ গোটেই গা ভস্মাবৃত; গাত গেৰুৱা বস্ত্ৰ পৰিধান; মূৰত চুলিৰ জঁট। ধ্যানত বহি থকা সন্ন্যাসীজনক দেখি নৰেন

অবাক। নবেনে চাবিওকালে ঘূৰি ঘূৰি সন্ন্যাসীজনক চাবলৈ ধৰিলে, কিন্তু মাতিবব সাহ নহ'ল। বহুত বেলি ভাবি-চিন্তি ঠিক কৰিলে—"এওঁ নিশ্চয় শনি। আন কোনো নহয়।" নবেনৰ গোটেই গা শিঁয়ৰি উঠিল। তেওঁৰ হাত ভবি কঁপিবলৈ ধৰিলে। বাহ্যজ্ঞান শূন্য হৈ পৰিল। নবেন আৰু বেছি সময় থাকিব নোৱাৰিলে- 'শনি!' এই বুলি কৈ তেওঁ সন্ন্যাসীজনক সাৰট মাৰি ধৰি মাটিতে অচেতন হৈ পৰিল !!!

তয়ু ইচ্ছা পূৰ্ণ হওক
হেৰা দয়াময় !

ওঁ শান্তি! শান্তি !! শান্তি !!!

